# অচিন সুৰভি

॥ আঠোটি শ্ৰেষ্ঠ বিদেশী গল্পৰ ভাঙনি ॥

ষড়ানন

‘অচিন সুৰভি’ক ৰাইজৰ আগলৈ আগবঢ়োৱাত বন্ধু শ্ৰীশ্যামাপ্ৰসাদ মেধি আৰু শ্ৰীভবেশ দত্তই উছাহ-উদ্দীপনা দিয়াৰ ওপৰিও টকা-পইচাৰে সহায় কৰিছে। শ্ৰীকেশৱ মহন্ত আৰু শ্ৰীনিবোদ চৌধুৰীয়ে দুই-এটি গল্পৰ পাণ্ডুলিপিত হাতফুৰাইছে। আটাই-কেইজনকে শলাগ লওঁ…………

ষড়ানন

প্ৰথম প্ৰকাশ
জুলাই ১৯৬১ চন

প্ৰকাশক
হেম শৰ্ম্মা
নিউ আসাম বুক এজেন্সি
পানবজাৰ ঃ গুৱাহাটী

ব্যৱস্থাপক
হেমাঙ্গ বাজখোৱা
"বৰুৱা নিলয়"
উজান বজাৰ ঃ গুৱাহাটী

অনুবাদক
সুধাংশু ভদ্ৰ
হৰেন্দ্ৰ দেৱ গোস্বামী
হেমাঙ্গ বাজখোৱা
হেম শৰ্ম্মা
সুৰেন ডেকা

বেটুপাত
লজিত বৰা

মুদ্ৰনত
হৰেকৃষ্ণ বৰ্ম্মন
গুৱাহাটী প্ৰেছ
ভৰলুপাৰ ঃ গুৱাহাটী

মূল্য—২.৭৫ নঃ পঃ

# সুখী মানুহ

আলবাৰ্ট মাল্টজ্

॥ বৰ্ত্তমান আমেৰিকাৰ প্ৰগতিশীল সাহিত্যত আলবাৰ্ট মাল্টজৰ নাম জাকত জিলিকা ॥ এয়া তেওঁৰ এটি প্ৰসিদ্ধ গল্প ॥ নিবনুৱা সমস্যাৰ এটি নিখুঁত জীৱন্ত ছবি····কৰ্ম্মহীন অসহায় অৱস্থাৰপৰা ৰক্ষা পাবলৈ চাকৰিৰ মোহত সজ্ঞানে মৃত্যুৰ মুখলৈ আগবাঢ়ি যোৱা কাহিনী এটিৰ ভয়াবহ করুণ চিত্ৰ ॥····অসমীয়া ভাষাত মাল্টজৰ লিখাৰ সম্ভৱ এয়ে প্ৰথম প্ৰকাশ ॥

জেচিয়ে যেন এতিয়াই কান্দি পেলাব। বাৰান্দাত বহি তেওঁ অপেক্ষা কৰিছিল টমৰ আগমনলৈ। সেয়ে যেনিবা তেওঁৰ আহত ভৰি দুটায়ো এধানি জিৰণি পাইছে। নীৰবে তেওঁ সেই ৰোমাঞ্চকৰ মুহূৰ্ত্তটোৰ কথা ভাবিছিল, যেতিয়া টম আহি হয়তো কবহিঃ "নিশ্চয় জেচি! সাজু হলেই তুমি কাম আৰম্ভ কৰিব পাৰা।"

দুসপ্তাহ ধৰি তেওঁ অবিৰাম খোজ কাঢ়িছে—কেন্‌চাচ্ মহা-নগৰীৰ পৰা মিচৌৰী—টুলচা আৰু তাৰপাচত পালেহি অক্লাহোমা।

চকুত টোপনি নাই, পেটত আহাৰ নাই। সূৰ্য্যৰ সপ্তাহজোৰা উত্তপ্ত ৰ'দ, ৰাতিৰ বতাহ-বৰষুণ নেওচি তেওঁ ইয়ালৈ আহিছিল মাথোন এই মুহূৰ্ত্তটোৰ আশাতেই ;—লগ পোৱাৰ অনুপ্ৰেৰণাতেই ! অৱশেষত টম্ আহিল অফিচলৈ। হাতত এবোজা কাগজ, কৰ্ম্ম-ব্যস্ত ভাৱ। জেচিলৈ তেওঁ এনেয়ে এবাৰ চাইছিল—হয়তোবা বহুপৰ। চিনিব নোৱাৰিলে তেওঁক। তেওঁ মুখ ঘূৰালে। কিন্তু! —টম্ ব্ৰেকেট যে তেওঁৰ আপোন জেঠেৰীয়েক !

তেনেহলে তেওঁৰ পোচাকৰ কাৰণেই এনেকুৱা হ'লনেকি ? জেচিয়ে নিজেও গম পাইছিল তেওঁৰ চেহেৰাটো বৰ আপচু হোৱা বুলি। পাৰ্কৰ এটা নিজৰাত নিজকে পৰিপাটী কৰি লবলৈ তেওঁ এবাৰ চেষ্টা কৰিছিল। কিন্তু নোৱাৰিলে। প্ৰবল উত্তেজনাত দাড়ি খুড়াওঁতে নিজৰ গাল খনকে বেয়াকৈ কাটি পেলালে। তেওঁৰ "চুট্"জোৰৰ পৰা ৰঙা লেতেৰা ধূলিবোৰ গুচাবলৈকো পাৰেমানে জোকাৰিলে। হাতৰ বিষ উঠিল।......কিন্তু! তেওঁ জানো সঁচাকৈয়ে ইমান সলনি হৈছে ?

অৱশ্যে পৰস্পৰক তেওঁলোকে দেখা নাই সুদীৰ্ঘ পাঁচোটি বছৰ। সেইবুলি যেনিবা টমক পাঁচ বছৰ মানৰ ডাঙৰ দেখাব—ইমানেইতো। সেই টমতো এতিয়াও টমেই হৈ আছে। উস্ ! তেওঁৰ জানো ইমান পৰিবৰ্ত্তন হৈ গ'ল ?

টেলিফোনত কথা শেষ কৰিলে টমে। তাৰ পাচত তেওঁ আৰামী চকীখনত আঁউজি বহি পৰিল আৰু সৰু নীলা চকু দুটাৰে অপৰিচিতৰ দৰে জেচিৰ ফাললৈ চালে। সেই চাৱনিত যেন ফুটি উঠিছিল সন্দেহৰ ভাব ! তেওঁৰ বয়স প্ৰায় পঞ্চলিশ। সোণালী চুলি। নোদোকা চেহেৰা—অলপ যেন কৰ্কশ। মঙহৰে ভৰা মুখ। নাকটো ভোটা আৰু আগটো ৰঙচুৱা। কবলৈ গ'লে চেহেৰাটো এজন বেচ উপযুক্ত ব্যৱসায়ীৰ নিচিনা—যেন আমেৰিকাৰ লিজিয়নৰ কোনো স্থানীয় শাখাৰ পৰিচালকহে। জেচিৰ পিনে তেওঁ অমনোযোগীতাৰে চালে—চাৱনিত স্পষ্ট বুজা গৈছিল তেওঁ যেন জেচিৰ কাৰণে অকণো সময় নষ্ট কৰিব নোখোজে। আনকি তেওঁৰ দাঁত খৰিকিওৱা ভঙ্গীতো প্ৰকাশ পাইছিল জেচিৰ প্ৰতি বিদ্ৰূপৰ চিন।

—"বাৰু, তোমাক কি লাগে ?" ব্ৰেকেটে হঠাতে কৈ উঠিল। জেচিয়ে ভবাতকৈ কিন্তু তেওঁৰ কথাৰ সুৰ যথেষ্ট নম্ৰ। তেওঁ বাৰান্দাৰ কাঠৰ খিৰিকীখনৰ ওচৰলৈ গ'ল আৰু অসহায় ভাবে মুৰৰ চুলিত হাত বুলাবলৈ ধৰিলে।

—"টম্, তুমি মোক বোধকৰো চিনি পোৱা নাই,......মই জেচি ফল্‌টন্।" জেচিয়ে আগ্ৰহেৰে তেওঁলৈ চালে।

—"উঁ ?"

—"ঠিকেই মই জেচি। এলাই তোমালৈ তাইৰ মৰম পঠিয়াইছে।"

ব্ৰেকেট এইবাৰ খিৰিকীৰ ওচৰলৈ গৈ মুখামুখিহৈ থিয় হ'ল। ফল্‌টনৰ এতিয়াৰ এই চেহেৰাৰ লগত তেওঁ তেওঁৰ সেই ভনী-জোঁৱায়েকৰ চেহেৰাৰ সাদৃশ্য বিচাৰিবলৈ চেষ্টা কৰিলে। এই মানুহজনৰ মুখৰ চেহেৰা, দীৰ্ঘতা ঠিকেই মিলিছে। বয়সো ত্ৰিশ-বছৰ মানেই হব। কিন্তু মুখখন কি ভীষণ শুকান ! শৰীৰত মঙহ নাই বুলিলেই হয়। কাপোৰৰ মাজতো তেওঁৰ ক্ষীণ জকাটো স্পষ্ট হৈ উঠিছে। তেওঁৰ মনত পৰে ভনীজোঁৱায়েক এদিন মাংসপেশীৰে পূৰ্ণ থুলন্তৰ ডেকা আছিল। এয়া যেন পুৰণি মচ খোৱা ছবি এখনৰ অস্পষ্ট ৰূপ মনত পেলোৱাৰহে প্ৰচেষ্টা। মিল আছে সঁচা, কিন্তু অমিলো অপৰিসীম। তেওঁ চকুদুটালৈ ভালকৈ লক্ষ্য কৰিলে—খুব পৰিচিত। ফলটনৰ সেই ধোৱাঁবৰণীয়া ৰঙৰ লাজুকীয়া ৰহস্যময় ধুনীয়া চকু দুটি তেওঁৰ খুব ভাল লাগিছিল।

জঠৰ হৈ ৰৈ থাকিল জেচি। তেওঁৰ মন উত্‌ৰাৱল হৈ উঠিল। ব্ৰেকেটে যেন মৰা ঘোঁৰাৰ মাংসৰ টুকুৰাহে পৰীক্ষা কৰিছিল। চকুত তেওঁৰ পুতৌৰ ভাব। জেচি সেইবাবেই ক্ৰুদ্ধ হৈ উঠিল। তেওঁ বুজিছিল, তেওঁৰ ইমান অধঃপতন হোৱা নাই।

"মই তোমাক চিনিছো। কিন্তু তুমি ইমান সলনি হৈ গলা ?" টমে নীৰবতা ভাঙিলে।

—"ঠিকেই, পাঁচ বছৰ হ'ল নেদেখা। আৰু তুমিতো মোক মাত্ৰ দুই এবাৰমানহে লগ পাইছিলা।" কথাষাৰ কৈ জেচিয়ে ঘৃণা আৰু লাজত মনে মনে ভাবিলে—পৰিবৰ্ত্তন কিবা মই অকলেহে হৈছোনে? আনবোৰ জানো হোৱা নাই? মইতো মৃত নহয় পৰিবৰ্ত্তন নহবলৈ।

"তুমিতো বেচ্ স্বাস্থ্যবান আছিলা। এতিয়া কিজানি বহুত ক্ষীণাইছা।"

জেচি নিমাত। তেওঁ ব্ৰেকেটক অসন্তুষ্ট কৰিববৈলৈ নিবিচাৰিলে। জোৰ কৰিহে তেওঁ নিজৰ খং দমাই ৰাখিলে। বেদনাদায়ক কেইটিমান মুহূৰ্ত্ত পাৰ হ'ল। হঠাৎ নিস্তব্ধতা ভেদ কৰি জেচিয়ে কৈ উঠিল, "মাফ কৰিবা দেই। জিমিনি খৃষ্টমাচ। আহা, ভিতৰত বহাহি।" হাত খনত জোকাবণি দি আকৌ কলে, "তোমাক পাই মই খুব আনন্দিত হৈছো, বেয়া নাপাবা, তোমাক যে ইমান ক্ষীণ লাগিছিল।"

—"কোনো কথা নাই।" জেচি বহিল আৰু তেওঁৰ কেকোঁৰা জপৰা চুলিখিনিৰ মাজত হাত বুলালে।

—"তুমি কিয় লেঙেৰিয়াইছা?"

"শিলৰ ওপৰেদি আহোঁতে শিল এটাই জোতাজোৰ ফুটাই বিন্ধিলে।" এইবুলি জেচিয়ে ভৰি দুখন চকীৰ তললৈ টানি নিলে। প্ৰকৃততে তেওঁ জোতাজোৰৰ বাবে লাজ পাইছিল। কম দামত কিনা জোতা—দুসপ্তাহ ধৰি বাটকুৰিবাই আহোঁতে প্ৰায় ফাটো ফাটো হৈছে। প্ৰত্যেক দিনাই পুৱা তেওঁ আগ্ৰহেৰে চিন্তা কৰে,— প্ৰতিজ্ঞা কৰে— সকলোতকৈ আগেয়ে, গাৰ কাপোৰ এডোখৰ লোৱাৰো আগেয়েই তেওঁ এজোৰ নতুন মজবুত জোতা ল'বই……

ব্ৰেকেটে জেচিৰ ভৰিৰ পিনে আৰু নাচালে। তেওঁ যে বিব্ৰত-বোধ কৰিছিল সেই কথা টমে বুজিছিল। আৰু বুজি উঠি পুতৌ জন্মিছিল। গোটেই ঘটনাটোৱেই যেন আচৰিত! তেওঁলোক ইমান যে অনাটনত পৰিব পাৰে, তেওঁ ভবাই নাছিল। তেওঁৰ ভনীয়েকৰ



পৰা প্ৰতি সপ্তাহেই চিঠি পায়; কিন্তু তাইতো কোনোদিন ঘুণাক্ষৰেও লিখা নাই তেওঁলোকৰ দুৰৱস্থাৰ কথা।

—"বাৰু, এলা কেনে আছে কোৱাচোন।"

—"বেচ ভালেই আছে।" অন্যমনস্ক ভাবে জেচিয়ে উত্তৰ দিলে। তেওঁৰ কোমল লাজুকীয়া কথাৰ সুৰত প্ৰকাশ পালে অন্তৰৰ আকুলতা। কেনেকৈ আচল কথাটোৰ পাতনি মেলিব—মনটোত তেওঁৰ উগুল-থুগুল লাগিল।

—"আৰু লৰা-ছোৱালী কেইটা?"

—"সিহঁতো ভালে আছে।" জেচিয়ে এইবাৰ আগ্ৰহেৰে কথা পাতিলে। "জানাই অকণমানটোৱে 'ব্ৰেচ্' পিন্ধি ফুৰিব লাগে। দৌৰিব নোৱাৰে। কিন্তু খুব চালাক চতুৰ। সি ছবি আঁকে, নানান বস্তু সাজে।"

—"খুব ভাল কথা।" মুহূৰ্ত্তৰ কাৰণে আকৌ নীৰব-নিস্তব্ধ। জেচিয়ে চকীখনত অস্বস্তি বোধ কৰিলে। কবলৈ এয়ে সুযোগ— কিন্তু কেনেকৈ আৰম্ভ কৰে। ব্ৰেকেট তেওঁৰ কাষ চাপি আহিল আৰু জেচিৰ আঠুৰ ওপৰত হাতখন থৈ ক'লে: "এলাইতো কোনোদিনে কোৱা নাই তোমাৰ ইমান দুৰৱস্থা হৈছে বুলি। হয়তো মই অলপ সহায় কৰিব পাৰিলোহেঁতেন।"

—"ভাল কথা কৈছা—তুমি দেখোন নিজৰ লেঠা মাৰিয়েই তত নোপোৱা।" জেচিয়ে মৃদুসুৰত উত্তৰ দিলে।

ব্ৰেকেটে অলপ পিচুৱাই আঁউজি বহি আকৌ কলে: "ঠিকেই কৈছা যেনিবা; মোৰ লোৰ ব্যৱসায়ত হানি হোৱা বুলিতো শুনিছাই।" তেওঁৰ ৰঙীন মুখখনিত বিষাদ আৰু তিক্ততাৰ ছাঁ পৰিল।

"শুনিছো। তুমি আমালৈ এই বিষয়ে লিখিছিলা নহয়!"— জেচিৰ চকুত বিস্ময়ৰ ভাব।

"পাহৰিয়েই গৈছিলো। সেই কথা ভাবি মই নিজেই কেতিয়াবা আচৰিত হওঁ। খুবযে দামী আছিল তেনে নহয়। তিনি বছৰৰ

পৰাইতো ক্ষতিৰ পৰিমাণ বাঢ়ি আছিল। মই মাথোন নিজৰ ব্যৱসায় বুলিয়েই ধৰি ৰাখিব খুজিছিলো।" তিক্ততাসনা কথাখিনি কৈ উদ্দেশ্যবিহীন ভাবে টমে হাঁহিলে।—"বাৰু এতিয়া তোমাৰ কথা কোৱা, তোমাৰ চাকৰিটোৰ কি হ'ল ?"

"সেইবিলাক থাওক টম্! মোৰ অলপ কবলগীয়া কথা আছে।"—হঠাৎ জেচিয়ে আবেগত চিঞৰি ক'লে।

"এলা আৰু তোমাৰ বিষয়ে নহয় জানো ?" ব্রেকেটে উদ্বিগ্নতাৰে সুধিলে।

"নহ'ব কেলেই ?" জেচি বহি পৰিল। "কেনেকৈ তুমি ভাবিলা—এলা আৰু মোৰ কথা বুলি ?" তেওঁ থমকি ৰ'ল আৰু হাঁহিলে। "কিয়—শুনা টম্, মই এলাৰ কাৰণে বলিয়া। তাই ইমান সুন্দৰ—আচৰিত। তাই মোৰ জীৱনৰ সৰ্ব্বস্ব, টম্!"

—"ক্ষমা কৰিবা মোক। পাহৰি যোৱা এই কথা।" ব্রেকেটে অপ্রস্তুত হৈ সিফালে মূৰ কৰিলে। ডেকা মনৰ নগ্ন উদ্দামতাই তেওঁক বিচলিত কৰিলে। তেওঁলোকৰ কিবা উপকাৰ কৰিবলৈ তেওঁ উদ্‌গ্রীৱ হৈ উঠিল। তেওঁলোক দুয়োটা ইমান সুন্দৰ! অথচ কি যাতনাই ভুগিছে! এলাও এওঁৰ দৰেই লাজুকীয়া আৰু কোমল মনৰ।

"শুনা টম্! মই ইয়ালৈ আহিছো এটা উদ্দেশ্যেৰে!" তেওঁ চুলিখিনিৰ মাজেৰে হাত বুলাই দিলে। "মই তোমাৰ পৰা সহায় বিচাৰো।"

"কি যে কোৱা—" ব্রেকেটে অসহায়ভাবে ক'লে। তেওঁ জেচিৰ পৰা এনেকুৱা কথাকে আশা কৰিছিল। "মইনো বিশেষ কি কৰিব পাৰোঁ! সপ্তাহত মাথোন পাওঁ পয়ত্রিশটা ডলাৰ—আৰু তাৰ কাৰণেই মই কৃতজ্ঞ।"

—"নিশ্চয়। মই জানো টকা-পইচাৰে তুমি মোক সহায় কৰিব নোৱাৰা। কিন্তু তোমাৰ তাতে কাম কৰা মানুহ এজনক লগ পালো। তেওঁ আমাৰ পিনে গৈছিল। তুমি চাকৰি এটা দিব



পাৰা বুলি তেৱেঁই ক'লে।" জেচিৰ কথাবোৰ উত্তেজনামিশ্রিত। ৰাতিপুৱাৰ সেই বন্য উত্তেজনাই তেওঁক আকৌ এবাৰ উত্ৰাৱল কৰি তুলিলে।

—"কোনে কৈছিল ?"

—"তুমি,……কিয় তুমি মোক আগতে কোৱা নাছিলা ?" জেচিৰ কণ্ঠত ভৰ্ৎসনাৰ সুৰ।—"চাকৰিৰ কথা শুনাৰ লগে লগে মই ৰাওনা হলোঁ। বলিয়াৰ দৰে আজি দুসপ্তাহ ধৰি মই খোজ কাঢ়িছো।"

"তুমি কেন্‌চাচ্ মহানগৰীৰ পৰা দুসপ্তাহ ধৰি খোজ কাঢ়ি আহিছা—মই কাম এটা দিম এই আশাত ?" বেদনাহত সুৰত ব্রেকেটে কৈ উঠিল।

"সঁচাই, টম্! ইয়াৰ বাহিৰে মোৰ আন কোনো উপায় নাছিল।"

"হায় ভগবান। কোনো চাকৰিয়েই যে নাই। তাৰোপৰি আৱত্তৰীয়া সময়,—কোনো কামেই নাই। তুমিতো তেল ব্যৱসায়ৰ একো নাজানা। ই এক বিশেষ ব্যৱসায়। ইয়াত মোৰ কিছু সৈনিক বন্ধুও আছিল; সিহঁতৰো বৰ্ত্তমান একো নাই। কিবা সুযোগ ওলালে মই জানো তোমাক খবৰ নিদিলোহেঁতেন ?"

স্তম্ভিত হ'ল জেচি। যোৱা দুসপ্তাহৰ আশা আকাঙ্ক্ষা যেন নিচিহ্ন হৈ গ'ল—বিষময় এক অদ্ভুত যন্ত্রনাত তেওঁ গুজৰি গুমৰি উঠিল। আবেগত জেচিয়ে চিঞৰি উঠিল—"কিন্তু শুনা টম্! সেই মানুহটোৱে দেখোন ক'লে—তুমি মজুৰ খটোৱা। সঁচাই কৈছে। তেওঁ তোমাৰ মটৰ চলায়। তেওঁ কোৱা মতে তোমাক হেনো সদায়েই মানুহৰ প্রয়োজন।"

"অ'! তুমি মোৰ 'ডিপাৰ্টমেণ্টৰ' কথা কৈছা ?" ব্রেকেটে লাহেকৈ ক'লে।

"ওঁ—ঠিক সেই কথাই কৈছো।"

"ওঁহো; নালাগে। সেয়াযে কি কাম তুমি নাজানা। জানিলে তুমি নিজেই কৰিব নুখুজিবা।"—টমে সৰুকৈ ক'লে।

"মই জানো।" জেচিয়ে জোৰদি ক'লে ঃ "মানুহটোৱে মোক সকলো কৈছে টম্। তুমি ডিনামাইট গাড়ীবোৰ বাহিৰলৈ চালান দিয়া—এয়েতো ?"

"বাক মানুহটো কোন, জেচি ?"

"এভাবেট·····হুঁ, এভাবেটই হ'ব।"

"এগবাৰ্ট—মোৰ সমান ওখ-ডাঙৰ ?" ব্ৰেকেটে লাহে লাহে সুধিলে।

"অ' হয়। এগবাৰ্ট্ ! তেওঁ নিশ্চয় ঠগ নহয়। কি কোৱা ?"

ব্ৰেকেটে হাঁহিলে। আকৌ এবাৰ নীৰস হাঁহি এটি মাৰি ক'লে—"নহয়, মানুহটো ঠগ নহয়।" কথাৰ সুৰ সলনি কৰি এইবাৰ ক'লে—"জিমি, ইমান দূৰ বাট অহাৰ আগতে তুমি মোক সুধিব লাগিছিল।"

"তুমি বাধা দিবা বুলিয়েইতো নজনালো। সেই মানুহটোৱে মোকো কৈছিল কামটো ভীষণ বিপদজনক। হওঁক বাৰু, তালৈ মই অকনো ভয় নকৰো।" জেচিৰ কথাখিনিত প্ৰকাশ পাইছিল তেওঁৰ সৰল চাতুৰ্য্য।

ব্ৰেকেটে জোৰেৰে চেপি ধৰিলে নিজৰ হাত দুখন। তেওঁৰ পুৰঠ মঙহাল মুখখন কঠোৰ হৈ উঠিল।—"নোৱাৰিম জেচি,—মই কোনোমতেই নোৱাৰিম।"

জেচিয়ে উচুপি কান্দি পেলালে। ব্ৰেকেটে যে আপত্তি কৰিব, সেইয়া তেওঁ আগতে অকনো ভবা নাছিল। তেতিয়া টুলচা নগৰ আহি পোৱাটোৱেই আছিল তেওঁৰ সমুখত একমাত্ৰ সমস্যা। "নোৱাৰিম বুলি নকবা। তোমাক কাবৌ কৰিছো। টম্, তোমাৰ হাতত জানো কোনো চাকৰিয়েই নাই ?"

"আছে—অৱশ্যে। কৰিব খুজিলে এগবাৰ্টৰ চাকৰিটোকে কৰিব পাৰা।"

"তেওঁ চাকৰি এৰিলে নেকি ?"

"তেওঁ মৰিল।"



"উস্ !"

"যোৱা ৰাতি মৰিল—কাম কৰা অৱস্থাতে।"

"ওঁ······হওক, মই তালৈ ভ্ৰূক্ষেপ নকৰো।"

"শুনা, চাকৰি কৰাৰ আগতে জানিবলগীয়া কেইটামান কথা তোমাক কোৱাটো দৰকাৰ। তুমি গাড়ীত নিব লগা বস্তুবোৰ ডিনামাইট নহয়। তেল বিচাৰি নাদ খান্দোতে সিহঁতে ডিনামাইটৰ দৰে নিৰাপদ বস্তু ব্যৱহাৰ নকৰে। হয়তো সম্ভৱ হলে কৰিলে-হেঁতেন। যিটো বস্তু ব্যৱহাৰ কৰে সেইটো হৈছে—'নাইট্ৰো গ্লিচেৰিন্' ! বিস্ফোৰক !"

"সকলো বুজো টম্ ! সেই মানুহজনে মোক সকলো কথা কৈছে। মোক তুমি অজলা বুলি নাভাবিবা।"

"ৰ'বা, একমিনিট !" খঙেৰে টমে কলে। "শুনা, এয়া বিস্ফোৰক, দেখিছা ? অলপ জোৰেৰে কাহিলেই তাপ লাগি বিস্ফোৰণ ঘটে। সিহঁতে কেনেকৈ পঠায় জানা ? এই যে দেখিছা—ঠিক এনেকুৱা আকাৰৰ এটা পাত্ৰ লাগে। প্ৰত্যেক কোঠালীৰ ভিতৰফালে ৰবৰ থাকে। লৰচৰ কৰিবলৈ এয়ে মাথোন একমাত্ৰ উপায়।" ব্ৰেকেটৰ কথাৰ সুৰ কঠিন।

"কিন্তু টম্"—

"ভালকৈ একমিনিট শুনা জেচি ! মোৰ শপত, এবাৰ আকৌ দকৈ ভাবি চোৱা। জানো, তোমাৰ মূৰত চাকৰিৰ চিন্তা সোমাইছে—কিন্তু কথাটো ভাবিবলগীয়া। এই বস্তুবোৰ চালান হয় বিশেষ ধৰণৰ গাড়ীত। ৰাতি ! নিৰ্দ্দিষ্ট পথেৰেহে যাব লাগে। চহৰৰ মাজেদি যাব নোৱাৰে। বাটত গাড়ী ৰাখিবলৈ দৰকাৰ হলেও বিশেষ ধৰণৰ 'গেৰেজ' কৰিব লাগে। ইয়াৰ মানে কি হব পাৰে বুজিছাইতো ? কিমান বিপদজনক তোমাক নকলেও আৰু হব।"

"মই সাৱধানে চলাম। গাড়ী কেনেকৈ চলাব লাগে মই জানো—লাহে লাহে চলাম।"

২

ব্ৰেকেটৰ মনত দুখ লাগিল। ক'লে, "এগবার্টে সাৱধানে গাড়ী চলোৱা নাছিল বুলি ভাবানেকি ? সি জানো গাড়ী চলাব নাজানিছিল ?"

"টম্! মোক আৰু তুমি ভয় খুৱাব নোৱাৰা। মই মাথোন একেটা কথাকে ভাবিছো : এগবার্টে কৈছিল, তেওঁ হেনো মাইলে প্ৰতি এক ডলাৰকৈ পাইছিল। আধামাহ কাম কৰিয়েই তেওঁ এমাহতে গোটাইছিল পাঁচ-ছয়শ ডলাৰ! ময়ো জানো সিমানেই নাপাম ?"

"নিশ্চয়, তুমিও সিমানেই পাবা। এমাইলত এক ডলাৰ! সহজ কথা। কিন্তু কোম্পানীয়ে কিয় ইমান বেছিকৈ দিয়ে ভাবি চাইছা জানো ? অতি সহজ। সমুখৰ লাইটৰ পোহৰত নেদেখাকৈ যদি কেনেবাকৈ এটা শিলৰ ওপৰতো গাড়ী উঠে, তেনেহলে লগে লগেই বিস্ফোৰণ ঘটিব। এগবার্টৰ ক্ষেত্ৰত সেয়ে হৈছিল। ধৰা, তোমাৰ চকুত কিবা পৰিল—চকা হঠাতে অলপ ঘূৰি গৈ গাড়ীত জোকাৰণি লাগিল—কিম্বা অজানিত কিবা অঘটন হৈও এনে ধৰণৰ বিস্ফোৰণ ঘটিব পাৰে। এগবার্টৰ কি হৈছিল তেওঁক সোধাৰ উপায় নাছিল। তাত কোনো গাড়ীৰ অস্তিত্বই নাছিল কিবা চিন পাবলৈ। কোনো মৃতদেহো নাই। একোৱেই নাছিল। হয়তো ভৱিষ্যতে কোনো এদিন কোনোবাই ধাননি পথাৰত পৰি থকা দেখিব কেঁকোৰা লোৰ টুকুৰা এটি মাথোন। গাড়ীৰ চালকৰ একো চিনচাবেই নাথাকে—আনকি আঙুলিৰ নখ পৰ্য্যন্ত। আমি মাথোঁ জানো, সি নিৰ্দ্দিষ্ট সময়ত আহি নেপালেহি। তাৰ পাচত আমি অপেক্ষা কৰো পুলিচৰ আগমনলৈ। যোৱা নিশা কি হৈছিল জানা ? দলং এখন কিবা বেয়া হৈছিল। হয়তো এগবার্টৰ স্নায়ু তেতিয়া দুৰ্ব্বল আছিল ; কিম্বা গাড়ীৰ কোনাত কেনেবাকৈ খুন্দা লাগিছিল। সেই দলঙৰ আৰু একো চিন্চাবেই নাই। গাড়ী-খনৰো! লগতে এগবার্টৰো! এতিয়া বুজি পাইছা ? সেই এক ডলাৰ মুদ্ৰাৰ বিনিময়ত মাইলে প্ৰতি কি পাবা ?"



এক মুহূৰ্ত্ত আকৌ নিজম-নিস্তব্ধ। দীঘল ক্ষীণ হাত দুখন মোহাৰি জেচি বহি ৰ'ল। অবাক হৈ তেওঁৰ মুখখন মেল খাই থাকিল। চকুৱে-মুখে বেদনাৰ ছাঁ। চকু দুটা অলপ সময় মুদিলে। তাৰ পাচত লাহে লাহে ক'লে : "টম্, মই সেইবোৰলৈ ভয় নকৰো। তুমি মোক কৈছা যেতিয়া কামটো দিবই লাগিব।"

"নহয়,—কেতিয়াও নহয়।" ব্ৰেকেটে তেওঁৰ হাতৰ তলুৱাৰে মেজখনত জোৰেৰে চপৰিয়াই ক'লে।

"শুনা টম্! তুমি অলপো বুজা নাই।" জেচিয়ে তেওঁৰ চকুদুটি জোৰেৰে মেলিলে। চকুলো বাগৰি আহিল। টমে মুখ ঘূৰালে। "মোলৈ চোৱা টম্! এতিয়াও জানো তুমি বুজিব পৰা নাই ? মোৰ লগত প্ৰথম সাক্ষাতত তুমি নিজেই ভাবিছিলা : এই অবাঞ্ছিত মানুহটো আঁতৰি নাযায় কেলেই,—ক'ৰবাৰ মগনীয়া! নাভাবিছিলা জানো তেনেকৈ ? বুজিছা, মই এইদৰে আৰু জীয়াই থাকিব নোৱাৰো। মই মূৰ তুলি বাটেপথে ঘূৰিবলৈ বিচাৰো।"

"তুমি বলিয়া হৈছা। য'ত প্ৰতি বছৰে পাঁচজনত এজনকৈ মানুহ মৰে, তেনে চাকৰি লৈ লাভ কি ?" মৃদু সুৰত ব্ৰেকেটে ক'লে।

"মোৰ এই জীৱনৰেই বা কি মূল্য আছে ? ঘৰত আমাৰ প্ৰায়ে দুবেলা আহাৰ নিমিলে টম্! আনকি কাৰোপৰা একো সাহায্যও আজিলৈ পোৱা নাই।"

ব্ৰেকেট আচৰিত হ'ল। ..."তেন্তে তোমালোকে মোক ইমান দিনে জনাব লাগিছিল। তোমালোকৰেইতো দোষ। পৰিয়ালক লঘোনে ৰাখি মিছা অহঙ্কাৰ কৰা উচিত নহয়। মই এতিয়াই ধাৰ কৰিম আৰু এলালৈ জৰুৰী ডাকত কিছু ধন পঠাই দিম। তুমিও ঘৰলৈ উভতি যোৱা আৰু সাহায্য পোৱাৰ কাৰণে চেষ্টা কৰা।"

—"তাৰ পাচত ?"

—তাৰ পাচত আৰু কি ? অপেক্ষা কৰিবা। তোমাৰতো বয়স ভাটি দিয়া নাই। নিজৰ জীৱনটো এনেকৈ ধ্বংসৰ মুখলৈ ঠেলি

দিয়াৰ কোনো অধিকাৰেই তোমাৰ নাই। কেতিয়াবা এদিন নিশ্চয় চাকৰি পাবা।"

"নহয়-নহয়।" জেচি উত্তাৰল হৈ উঠিল। "ইমান দিনে ময়ো তাকেই বিশ্বাস কৰিছিলো। কিন্তু এতিয়া আৰু নকৰোঁ। কোনো দিনেই চাকৰি নাপাওঁ,—তুমিও যেনেকৈ লোৰ দোকান আকৌ ঘূৰাই নোপোৱা। মই মোৰ দক্ষতা হেৰুৱাই পেলাইছো টম্। লিন'টাইপ পটুতাৰহে কাম। মই চৰ পাহৰি গৈছো। লোকৰ অনুগ্ৰহত ছবছৰ এনেয়ে আছো। সাধাৰণ দৈহিক পৰিশ্ৰমৰ কাম মাথোন জানো। মই যেতিয়া সেই চাকৰিটো এইবেলি বসন্ত কালত পালো, তেতিয়া নিজকে মোৰ ডাঙৰ মানুহ যেন লাগিল। কিন্তু সিয়ো নাথাকিল। নতুন যন্ত্ৰপাতি আহিল। প্ৰয়োজন কমাত মোক কামৰ পৰা খেদি দিলে।" জেচিয়ে কাতৰ ভাৱে ক'লে।

"তাতে কি হৈছে? আৰু কোনো কাম নাই জানো?" ব্ৰেকেটৰ কথাত কৰ্কশতাৰ ভাৱ।

"মই কেনেকৈ জানিম? ছবছৰেও মোলৈ এটি চাকৰি নোলাল। আনকি কিবা এটা কৰিবলৈকো এতিয়া দেখোন ভয় লাগে। আনৰ সাহায্যলৈ অপেক্ষা কৰি ইমান দিন চলা অতি অসহনীয়।"

"সাহস কৰিব লাগিব। আশা ৰাখিব লাগিব।"

"মোৰ সাহসৰ অভাৱ নহয়, টম্।" জেচিয়ে জোৰেৰে ক'লে। "কিন্তু মই যে একো আশা দেখা নাই। সকলো আশা এই ছবছৰৰ অপেক্ষাত মৰহি গৈছে। তুমিয়েই মাথোন ভৰসা।"

"বলিয়া হৈছানেকি? মই তোমাক এই কাম কৰিবলৈ দিব নোৱাৰো। এলাৰ কথা এবাৰ ভাবিচোৱাচোন।"

"মই তাইৰ কথা নাই ভবা বুলি ভাবিছা নেকি?" জেচিৰ মাতত কোমলতাৰ সুৰ। তেওঁ ব্ৰেকেটৰ কামিজৰ হাতত ধৰিলে। "তাইৰ কথা ভাবিয়েইতো চাকৰি কৰিব খুজিছো।" বেদনাত তেওঁৰ মাতটো কঁপি উঠিল। "এগবাৰ্ট আমাৰ ঘৰলৈ যোৱাৰ



দিনা এলাক যেন মই প্ৰথম বাৰৰ কাৰণেহে দেখিছিলো। তাইৰ এতিয়া আৰু লাবণ্য নাই, টম্!" ব্ৰেকেটে মূৰটো জোকাৰিলে আৰু মুখখন ঘূৰালে। জেচিয়ে দীঘল তপত হুমুনিয়াহ এটি কাঢ়ি আকৌ ক'লেঃ "জানা টম্! তোমাৰ মনত আছে এলা এদিন কিমান ধুনীয়া আছিল,—পুতলা এটি যেনহে লাগিছিল। বাটৰুৱাৰ দৃষ্টি একৰাই তাইক লৈ মই বাট-পথে ফুৰিব পৰা নাছিলো। তাইৰ এতিয়া উনত্ৰিশ বছৰো হোৱা নাই, কিন্তু তাইৰ সেই সৌন্দৰ্য্য আৰু নাই।"

ব্ৰেকেটে ভাগৰত এঙামুৰি দি বহিল। হাত দুখন মুঠিমাৰি ধৰিলে—সমুখৰ পিনে হাউলি গ'ল আৰু মাটিলৈ একেথৰে চাই থাকিল। জেচি থিয় হ'ল। তেওঁৰ বিমৰ্ষিত মুখখনি আবেগত ৰঙা পৰিল। অসহায় ভাৱত মন অশান্ত হৈ উঠিল।—"মই এলাৰ কাৰণে একো কৰিব নোৱাৰিলো, টম্! এলাৰ প্ৰাপ্য আৰু বহুত বেছি আছিল। জীৱনত এয়ে মাথোন সুযোগ পাইছো—তাইৰ কাৰণে কিবা এটা কৰিবলৈ। ইমান দিন পৰাজয়েই বৰণ কৰি আহিছো।"

"বাজে কথা নকবা!" ব্ৰেকেটে তিক্ততাবিহীন ভাবেই মন্তব্য কৰিলে। "মোতকৈতো আৰু পৰাজয় হোৱা নাই তুমি। এনেকুৱা অৱস্থাত অলেখ মানুহ আছে এই পৃথিৱীত। ইয়াকে কোৱা যায় বেয়া বজাৰ, সংকট মোচনৰ নতুন পন্থা, কিম্বা.. ...।" কিছুপৰ আকৌ নিজম পৰিল।

জেচিয়ে বেজাৰৰ সুৰত ক'লেঃ "নহয়, সেই কথা আনৰ ক্ষেত্ৰত হয়তো প্ৰযোজ্য হব পাৰে, মোৰ কাৰণে নহয়। মই নিজে মোৰ উন্নতি সাধিব লাগিব। মোৰ দোষৰ কাৰণেই এনে অৱস্থা হৈছে।"

"কি মস্কিল! তুমিয়েই কেৱল নিষ্কৰ্মা নোহোৱা।"

জেচিৰ মুখ ৰঙা পৰি গ'ল। চকুবোৰ ফুলি উঠিল। তেওঁ উচুপি উচুপি কান্দি পেলালে—"মই কো[illegible] নকৰোঁ। চাকৰিটো

তুমি মোক দিবই লাগিব। মই সংসাৰত মূৰ তুলি ঘূৰিব বিচাৰোঁ। এবাৰ মই নৰক কুণ্ডত পৰিছোঁ। আৰু ভুগিব নোৱাৰো। তুমি জানো কব খোজা যে মই মোৰ অকণমানি লৰাটিৰ ভৰি দুখনলৈ অসহায়ৰ দৰে চাই থাকিম! চাকৰি এটা থকা হলে তাৰ এই দশা নহলহেঁতেন। তাৰ প্ৰতিটো খোজে যেন মোক সকিয়াই দিয়ে,—সি যেন কয়—পিতাই যদি নিয়মিত ভাবে খাবলৈ দিলে-হেঁতেন, তেন্তে ৰিকেট বেমাৰত ভুগি দুৰ্ব্বল ভৰি লৈ এই কষ্ট নাপালোহেঁতেন। হায় ভগবান! টম্, এবাৰ ভাবি চোঁৱা তুমি, মই জানো আকৌ ঘৰত বহি বহি আৰু ছবছৰে সেই যাতনা চাই থাকিম।"

"তাতে কি হ'ল?" ব্ৰেকেট ঘপহ কৰে থিয় হ'ল। "তুমি কৈছিলা—এলাৰ কথা তুমি ভাবি থাকা। তোমাৰ মৃত্যু বাতৰি পালে তাই জানো সুখী হব?"

"হয়তো নহব। কিন্তু মই ভাগ্য পৰীক্ষা কৰি চাওঁ।"

"সকলোৱে একে কথাকে ভাবে।" বিতৃষ্ণাৰ সুৰ টমৰ কথাত। "তুমি যেতিয়াই এই কাম লবা, তোমাৰ ভাগ্যত ওলমিব তেতিয়াৰ পৰাই এক বিৰাট প্ৰশ্নৰ চিন। এটা কথা মাথোন নিশ্চিত—মৃত্যু ঘটিব, এদিন নহয় এদিন।"

জেচিয়ে উত্তেজিত সুৰত ক'লে: "ঠিক আছে। মৰিলে মৰিম। তথাপি ইতিমধ্যে হয়তো মই কিবা এটা কৰি যাব পাৰিম। অন্ততঃ এজোৰ জোতা কিনিব পাৰিম। ভাবি চোৱা—এজোৰ 'চুট'তো কিনিব পাৰিম, যাক দেখি মানুহে সাহায্যৰ বস্তু বুলি নকব। মই চিগাৰেট খাব পাৰিম, অকণি কেইটালৈ টফি লব পাৰিম। আৰু নিজেও কিছু খাব পাৰিম। সঁচাকৈয়ে মোৰ মিঠাই খাবলৈ বৰ লোভ হৈছে, আৰু দিনে এগিলাচকৈ মদ। এলাক দুই এখনি কাপোৰকানি দিব পাৰিম—সপ্তাহত দুই তিনি বাৰকৈ মাংস—পাৰিলেইতো লাজ! মই সিহঁতক চিনেমালৈ নিবও পাৰিম।"



"আহ্, মনে মনে থাকাচোন," ক্লান্তভাবে কথাষাৰ কৈ টম্ ৰহিল।

"নহয় নহয়, তুমি মোক বিমুখ নকৰিবা। শুনা টম্। মই চব হিচাব কৰি চাইছোঁ।" তেওঁ যুক্তি দিলে: "এমাহত ছশ—চোঁৱা মই কিমান সাঁচিব পাৰিম। যদি তিনিমাহো জীয়াই থাকোঁ, তথাপি এহেজাৰ ডলাৰ, হয়তোবা আৰু বেছি! কিজানি বেছি দিনেই থাকো—ধৰা দুই, তিনি বছৰ! তেতিয়াহলে এলাৰ ভৱিষ্যত জীৱনৰ কাৰণে নিশ্চিন্ত হব পাৰো।" জেচিৰ কথাত আকুল মিনতি।

"তুমি ক'ব খোজানেকি যে তোমাৰ মৃত্যুৰ বিনিময়ত কৰা এই চাকৰিয়ে এলাক সুখী কৰিব পাৰিব?" টমে হঠাতে মাত দিলে।

"মই সকলো চিন্তা কৰি চাইছো।" উত্তেজিত কণ্ঠত জেচিয়ে আকৌ ক'লে। "তাইতো নাজানে এইবোৰ! মই তাইক চল্লিশৰ কথা কম। আৰু তুমি বাকীখিনি তাইৰ নামত বেঙ্কত ৰাখি থবা টম্!"

"আহ, কথা নকবা। তুমি সুখী হবা বুলি ভাবিছা? প্ৰতিটো মুহূৰ্ত্তত সপোনে-দিঠকে তুমি মাথোন আতঙ্কিত হৈ থাকিবা—কিজানি কালিলৈকে তোমাৰ মৃত্যু ঘটে! যিদিনা তুমি গাড়ী চলাব নালাগিব—সেই ছুটিৰ দিনটো আৰু জঘন্য! সেই দিন-বোৰে আন দিনৰ কথা ভাবি তোমাক বিয়াকুল কৰিব। আৰু তুমি ঘৰৰ চাৰিওপিনে হিয়া ধাকুৰি ঘূৰি ফুৰিব লাগিব। এয়ে জানো তোমাৰ সুখ?"

জেচিয়ে হাঁহিলে।—"তথাপি মই সুখী হ'ম। তুমি মূৰ ঘমাব নালাগে। চাবা, সঁচাই মই সুখী হ'ম—মই গান গাম, টম্! সুদীৰ্ঘ সাত বছৰৰ ভিতৰত মই নিজেই প্ৰথমবাৰৰ বাবে গৌৰববোধ কৰিম।"

"উস্! মনে মনে থাকা।"

অকণমানি কোঠালীটোৰ নীৰৱতা [illegible]ইবোৰ জেচিৰ কণ্ঠস্বৰ শুনা গ'ল: "টম্, তুমি দিবই লাগিব—দি[illegible] কো[illegible]গিব মোক।"

আকৌ নিস্তব্ধ। ব্ৰেকেটে দুই হাত মূৰলৈ তুলিলে আৰু চেপি ধৰিলে।

"টম্, টম্!" জেচিয়ে চিঞৰিলে।

"হায় ভগবান!" ব্ৰেকেটে এটি হুমুনিয়াহ কাঢ়িলে। আৰু অৱশেষত ক'লে: "ঠিক আছে। চাকৰি পাবা। হে ভগবান, অপৰাধ নধৰিবা।" তেওঁৰ ক্লান্ত কম্পিত কণ্ঠস্বৰ ক্ষীণ হৈ পৰিল।—"ইচ্ছা কৰিলে তুমি আজি ৰাতিৰ পৰাই কাম আৰম্ভ কৰিব পাৰা!"

জেচি নিৰুত্তৰ। তেওঁ কথা কব পৰা নাছিল। ব্ৰেকেটে তেওঁৰ পিনে চালে। জেচিৰ গালেদি বাগৰি আহিছে ধাৰাষাৰ চকুলো। তেওঁ সেপ ঢুকিলে। কথা কবলৈ চেষ্টা কৰিলে। কিন্তু উচুপনিয়ে তেওঁৰ মাতত খোকোজা লগালে।

ব্ৰেকেটৰ মাততো সেই একেই ক্লান্ত আৰু কম্পিত সুৰ!—"মই এলালৈ এখন তাঁৰ কৰিম। তুমি চাকৰি পোৱাৰ সংবাদ তাইলৈ লিখিম। কেইদিনমানৰ ভিতৰতে তাইলৈ অহাৰ ভাড়া পঠাবা বুলিও জনাম। অৱশ্যে গোটেই সপ্তাহটো জীয়াই থাকিলে কিছু পইচা পাব পাৰা। অকৰাটো ক'ৰবাৰ!"

জেচিয়ে কেৱল মূৰ দুপিয়ালে। তেওঁ নিজৰ বুকুখন দুহাতেৰে হেচি ধৰিলে—আনন্দভৰা হিয়াখনি যাতে ফাটি নাযায়।

"ছবজাত ঠিক এইখিনি পাবহি লাগিব। এয়া লোৱা, অলপ পইচা,—ভালকৈ খাই-বই লোৱা।" ব্ৰেকেটে তেওঁৰ পিনে চালে।

"ধন্যবাদ।"

"অকণমান ৰ'বা। এয়া মোৰ ঠিকনা।" তেওঁ কাগজ এটুকুৰাত লিখি দিলে।—"সেই ৰাস্তাৰে যোৱা এখন গাড়ী ধৰিবা আৰু কণ্ডাক্টৰক সুধি নামিবা। তাতে গা-পা ধুই অলপ শুই লোৱাগৈ।"

"ধন্যবাদ। অশেষ ধন্যবাদ, টম্!"

"ইয়াৰ পৰা যোৱাইতো ন'" ব্ৰেকেটে আকৌ ক'লে।

"টম্!" ... উঠিল



"কি হ'ল?"

"মই······" জেচিয়ে আৰু কব নোৱাৰিলে। ব্ৰেকেটে তেওঁৰ মুখলৈ চালে। অশ্ৰুপূৰ্ণ চকুহাটি তেতিয়াও চলচলীয়া পৰি আছিল। বেজাৰৰ মুখখন যেন উজ্বল হৈ উঠিছে কোনো এক ভয়াবহ উজ্বল ৰশ্মিত।

"মই এতিয়া ব্যস্ত আছো।" ব্ৰেকেটে মুখ ঘূৰালে।

জেচি ওলাই গ'ল।

চকুপানীয়ে তেওঁক নেদেখা কৰি পেলালে। তেওঁৰ চকুৰ আগত ভাহি উঠিল—পৃথিবীখন যেন সোণোৱালী হৈ পৰিছে। তেওঁ লাহে লাহে আগবাঢ়িল। কপালৰ শিৰ ফুলি উঠিছে অবাঞ্ছিত উত্তেজনাত। অন্তৰত এক অৱৰ্ণনীয় বন্য আনন্দ। মনে মনে গুণগুণালে। —"ময়েই এই পৃথিবীত আটাইতকৈ বেছি সুখী মানুহ,—সকলোতকৈ সুখী ময়েই।"

ব্ৰেকেটে একেথৰে চাই থাকিল জেচি চকুৰ পৰা আঁতৰ নোহোৱালৈকে। অলপ পিচত কুঁজা হৈ হাতেৰে চকু-মূৰ ঢাকি বহি পৰিল। বেদনাত তেওঁৰ বুকুখন কঁপি উঠিল। তেওঁ যেন সেই অনাগত বেদনাৰ প্ৰতিটো স্পন্দন শুনিবলৈ পাইছিল। দুহাতেৰে মূৰটোত হেচি ধৰি তেওঁ বহি ৰ'ল।

৩

# চোৰ

আন্তন চেকভ

॥ অসমীয়া পঢ়ুৱৈ সমাজৰ মাজত চেকভ সুপৰিচিত॥ উনৈশ শতিকাত ৰাছিয়াৰ যি সকল মনীষীয়ে পৃথিবীৰ সাহিত্যৰ বুৰঞ্জীত সোণালী যুগৰ সৃষ্টি কৰিছিল, চেকভ তাৰেই এটি উজ্বল ভোটা তৰা॥ জাৰৰ স্বৈৰাচাৰী শাসনৰ বিৰুদ্ধে, আমোলাতান্ত্ৰিক ব্যৱস্থাৰ বিৰুদ্ধে, সমসাময়িক আভিজাত্যৰ বিৰুদ্ধে, মধ্যবিত্তৰ মেৰুদণ্ডহীন মনোভাৱৰ বিৰুদ্ধে তীব্ৰ বিদ্ৰূপ—হাঁহিৰ মাজেদি গভীৰ ভাবোদ্ৰেকৰ সৃষ্টি—তেওঁৰ লেখনীৰ বৈশিষ্ট্য॥ এইজনা কথা সাহিত্যিকৰ দুটি চুটিগল্প এই সংকলনত প্ৰকাশ কৰা হ'ল॥........

মাচেঙ্কা পেভলেট্‌স্কি তেতিয়া কোমল বয়সীয়া এজনী ছোৱালী। বৰ্ডিং স্কুলৰ ছাত্ৰী জীৱন শেষ কৰিছে মাত্ৰ। কুশ্‌কিন পৰিয়ালৰ লগত ঘৰুৱা শিক্ষয়িত্ৰী হিচাবে মাচেঙ্কাই বাস কৰিছিল। এদিন ফুৰিচাকি থকা ঠাইৰৈতো [illegible] আহি মাচেঙ্কাই দেখিলে যে গোটেইখন ঘৰেই ভীষণ হাই[illegible]উঠিল অস্থিৰ হৈ পৰিছে। মিহাইলো নামৰ চাকৰ এজনে তাইক দুৱাৰ খুলি দিলে। উত্তেজনাত গোটেই মানুহটো ৰঙা।

ওপৰৰ মহলাত কোনোবাই চিঞৰি চিঞৰি কথা কৈছিল।

"খুব সম্ভৱ মেডেম কুশ্‌কিন মূৰ্চ্ছা গৈছে নাইবা তেওঁ গিৰিয়েকৰ লগত কাজিয়া কৰিছে।" মাচেঙ্কাই মনতে ভাবিলে। ভিতৰলৈ সোমাই যোৱাৰ বাটত তাই চাকৰণী ছোৱালী কেইজনীমান লগ পালে। সিহঁতৰ এজনীয়ে কান্দি আছিল। মাচেঙ্কাই ঘৰৰ গিৰিহঁত স্বয়ং নিকোলাই চেৰ্জেইট্‌চক তাইৰ কোঠাটোৰ পৰা দৌৰি ওলাই অহা দেখিলে। চেৰ্জেই মানুহজন চুটি চাপৰ মুখখন মঙহাল। বেছি বয়স হোৱা নাছিল যদিও মূৰত তেওঁৰ এডালো চুলি নাছিল। উত্তেজনাত ৰঙা পৰা মুখখন কঁপি আছিল। মাচেঙ্কাক পাৰ হৈ যাওঁতে তেওঁ তাইক মনেই নকৰিলে। দুয়োখন হাত ওপৰলৈ দলিয়াই দি নিকোলায়ে চিঞৰি উঠিল: "আঃ কি ভয়ানক! কি নিৰ্ব্বোধ! কি অসভ্যালি! কি জঘন্য!"

মাচেঙ্কা নিজৰ কোঠালিত সোমাল। জীৱনত প্ৰথমবাৰৰ কাৰণে এক নতুন অভিজ্ঞতাৰ অনুভূতিয়ে সমগ্ৰ তীব্ৰতাৰে তাইৰ অন্তৰত তোলপাৰ লগালে। ধনী আৰু ক্ষমতাশালীসকলৰ অধীনত যিবিলাকে চাউল মোকলায়, মনৰ বেদনা যি খুলি কব নোৱাৰে তেওঁবিলাকৰ কাৰণে এই অনুভূতি নতুন নহয়। তাইৰ খোটালত তেতিয়া কোনো হেৰোৱা বস্তুৰ অনুসন্ধান চলি আছিল। ঘৰৰ গিৰিহঁতনী ফেডোচ্যা ভাচিলিয়েভ্‌নাই মেজৰ ওচৰত থিয় হৈ মাচেঙ্কাৰ সৰুসুৰা সা-সজুলি থোৱা মোনা এটাত উলসূতাৰ লেচি, কাগজৰ টুকুৰা আৰু ইটোসিটো ভৰাই আছিল। তেওঁৰ মূৰত টুপী নাছিল। মানুহজনী শকত-আৱট, কান্ধ দুখন বহল। ঘন ক'লা চেলাউৰি আৰু পাতল গোফেৰে আপচু এই মানুহজনীৰ দুয়োখন হাত ৰঙা। মুখৰ চেহেৰা আৰু আচৰণত এজনী তাই'দী অশিক্ষিতা, অমাৰ্জিত ৰান্ধনীৰ আৰু ফেডোচ্যাৰ কোনো [illegible]ইবোৰ নাছিল। শিক্ষয়িত্ৰীৰ আগমনত তেওঁ আচৰিত হৈছিল। বুজ[illegible] কো[illegible] কাৰণ, ঘূৰি চাওঁতে

মাচেঙ্কাৰ শেঁতা আৰু বিস্ময়ত বিবুদ্ধি হোৱা মুখখন দেখি তেওঁ চক্ খাই উঠিল আৰু অনুচ্চ সুৰত ক'লে, "বেয়া নেপাবা, মই··· মই হঠাতে এইবোৰ ওলট-পালট কৰি পেলালো······ মোৰ······ মোৰ চোলাৰ হাতটো লাগিছিল।"

আৰু কিবা কিবি কৈ মেডেম কুশ্‌কিন ওলাই গ'ল। তেওঁৰ সাজপাৰৰ খহমহনি মাৰ গ'ল। মাচেঙ্কাই খোটালিৰ চাৰিও পিনে চাই পঠিয়ালে। একো বুজিব নোৱাৰি তাই বিমোৰত পৰিল। একো ভাবিব নোৱাৰি তাই কান্ধ দুখন ওপৰলৈ কোঁচ খুৱালে। ভয়ৰ বিহ্বলতাত তাই ঠেটুৱা লাগিল। সেই মোনাটোৰ ভিতৰত ফেডোচ্যা ভাচিলিয়েভ্‌নাই কি বিচাৰি চাইছিল? তেওঁ কোৱাৰ নিচিনা চোলাৰ হাতটো লাগিয়েই মোনাৰ বস্তুবিলাক সিচঁৰিত হৈ যোৱাটো যদি সঁচা হয়, নিকোলাই চের্জেইট্‌চে ইমান উত্তেজিত ভাবে ৰঙাচিঙা পৰি কিয় বাৰু লৰালৰিকৈ খোটালিৰ পৰা ওলাই গৈছিল? মেজৰ এটা দেৰাজ অলপ বাহিৰলৈয়ে বা ওলাই আছে কিয়? দহকোপেক মুদ্ৰা আৰু পুৰণি ডাকটিকেট থোৱা হাতনি পেৰাটোও চোন খোলা। তেওঁলোকেই নিশ্চয় এইটো খুলিছিল। বন্ধ কৰিব নোৱাৰি তলাটোৰ য'তে ত'তে আঁচুৰিছে। ইটো সিটো থোৱা বাকচটো, ভিতৰত থকা কিতাপবিলাক, মেজত থকা বস্তুবিলাক, শোৱাপাটী—সকলোবোৰতেই পাত-পাতকৈ কিবা বিচৰাৰ চিন লাগি আছিল। কাপোৰকানি থোৱা বাকচটোও বাদ পৰা নাছিল। কাপোৰখিনি সাৱধানে জাপি থোৱা আছে। কিন্তু তাইতো সেইবোৰ ওলাই যোৱাৰ আগতে ঠিক তেনে ধৰণে জাপি থোৱা নাছিল। তেনেহলে এই অনুসন্ধান নিখুঁত আছিল। অত্যন্ত তন্ন তন্ন। কিন্তু কিহৰ এই অনুসন্ধান? কিয়? কি বাৰু বিচাৰিছিল? মাচেঙ্কাৰ মনত পৰিল উত্তেজিত চাকৰটোলৈ। ঘৰখনত তেতিয়াও চলি থকা হুলস্থূলৰ কথা তাই ভাবি··· কান্দি থকা চাকৰণী ছোৱালীজনীৰ ছবি তাইৰ চকুৰ সন্মুখত ইতো··· উঠিল। এই সকলোবোৰৰ যেন এটি গোপন অৰ্থ তাই ···উঠিল পালে। তাইৰ কোঠালিটো এইমাত্ৰ



কিবা বিচাৰি চলাথ কৰা হ'ল। ইয়াৰ লগত চাকৰটোৰ উত্তেজনা, চাকৰণী ছোৱালীজনীৰ কান্দোন যেন কেনেবাকৈ জড়িত। কিবা এটা ভয়ানক ঘটনাৰ লগত তাই সাঙোৰ খাই পৰিছে নিশ্চয়। মাচেঙ্কা শেঁতা পৰি গ'ল। তাইৰ গোটেই শৰীৰ শীতত কঁপিবলৈ ধৰিলে। দুৰ্ব্বলভাৱে কাপোৰ থোৱা বাকচটোৰ ওপৰতে তাই বহি পৰিল।

এজনী চাকৰণী ছোৱালী তাইৰ কোঠালিলৈ সোমাই আহিছিল।

"লিজা, তেওঁলোকে মোৰ কোঠালিটো কিয় পাত পাত কৰিলে জানানে?" মাচেঙ্কাই সুধিলে।

"গিৰিহঁতনীৰ দুহেজাৰ কবলদামৰ ব্ৰুচটো হেৰাইছে।" লিজাই ক'লে।

"হেৰালেই বাৰু, কিন্তু মোৰ কোঠালিটো কিয় চলাথ কৰা হ'ল।"

"তেখেতসকলে প্ৰত্যেককে তন্ন তন্নকৈ চাইছে, আইদেউ। মোৰো সকলো বস্তুকে পাত পাত কৰিছে। আমাক সকলোকে নাঙঠ কৰি কৰি বিচাৰিছে। ভগৱানে জানে, আইদেউ, ব্ৰুচটো চুৰা দূৰৰে কথা মই কেতিয়াও ড্ৰেচিংটেব্‌লৰ ওচৰলৈয়ে নাযাওঁ। থানাতো একে কথাকেই কম।"

"কিন্তু···········মোৰ কোঠালিত এইদৰে বিচৰাৰ অৰ্থ?" শিক্ষয়িত্ৰীৰ তেতিয়াও আচহুৱা লাগি আছিল।

"আপোনাক কৈছোঁ নহয় ব্ৰুচ এটা চুৰি হৈছে। গৰাকিয়নীয়ে নিজ হাতেৰে সকলো বস্তু, সকলো ঠাই পাত পাত কৰিছে। মিহাইলো, সেই চাকৰজনকো তেখেতে নিজ হাতেৰে পৰীক্ষা কৰিছে। ইয়াতকৈ লাজৰ কথা আৰু লাগিছেনে। নিকোলাই চের্জেইট্‌চে এইবোৰ কেৱল চাই থাকে আৰু অনাৱশ্যকভাৱে মাইকী কুকুৰাৰ নিচিনা কক্‌ককাই থাকে। কিন্তু আইদেউ, আপুনি ··· কৰাৰ দৰ্কাৰ নাই। ইয়াত তেখেতসকলে একোটোকে নাইবো··· ব্ৰুচটো আপুনি যদি নিয়া নাই তেন্তে নিৰ্ভয়ে থাকক।" কো···

"কিন্তু লিজা এইটো জঘন্য······সম্মান হানিকৰ," খঙত ঘন ঘনকৈ উশাহ লৈ মাচেঙ্কাই ক'লে। "ইমান নীচ, ইমান হীন! মোক সন্দেহ কৰি মোৰ বস্তুবোৰ চলাথ কৰিবলৈ তেওঁৰ কি অধিকাৰ আছে?"

"আইদেউ, আপুনি অচিনাকী মানুহৰ লগত আছে," হুমুনিয়াহ কাঢ়ি লিজাই ক'লে: "ভালঘৰৰ ছোৱালী হলে কি হব, ইয়াত আপুনি প্ৰায় চাকৰৰে নিচিনা; আপোনাৰ মাকদেউতাকৰ লগত থকাৰ নিচিনা নহয়।"

মাচেঙ্কাই বিছনাত বাগৰি দিলে। ঘৃণাত, লাজত তাই ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলে। জীৱনত কেতিয়াও তাই এনে জঘন্য লাঞ্ছনাৰ সন্মুখীন হোৱা নাছিল। ইমান মৰ্মান্তিক অপমান পোৱা নাছিল। তাই এজন শিক্ষকৰ জীয়েক। মাৰ্জিত, সুশিক্ষিত। আৰু তাইকেই চোৰ বুলি সন্দেহ কৰা হৈছে? এজনী সাধাৰণ গণিকাৰ লেখীয়া তাইক ব্যৱহাৰ কৰা হৈছে। ইয়াতকৈ তীব্ৰতৰ অপমানৰ কথা তাই কল্পনা কৰিব নোৱাৰিলে। আগলৈ আৰু বা কি অপমান, লাঞ্ছনা বাকী আছে তাৰ ভয়ে তাইক পীড়িত কৰিলে। নানাতৰহৰ অদ্ভুত, অসঙ্গত ভাববোৰে তাইৰ অন্তৰত তোলপাৰ লগালে। চোৰ বুলি তাইক যদি সন্দেহ কৰিব পাৰে পুলিচৰ হতুৱাই তাইকতো বন্দীও কৰাব পাৰে। উলঙ্গ কৰি তাইৰ দেহৰ চুকে কোণে পাত পাতকৈ বিচাৰি চাব পাৰে। চিপাহীয়ে হয়তো তাইক আলিবাটে আলিবাটে লৈ ফুৰাব পাৰে। শেহান্তৰত হয়তো তাইক প্ৰিন্সেচ তাৰাকানভ্‌ক জেল দিয়া ধৰণে কোনোবা জেলৰ এন্দুৰ আৰু পোক ভৰ্ত্তি এন্ধাৰ চেঁচা কুঠৰী এটিত পেলাই থব পাৰে। তাইৰ হকে কোনে বাৰু থিয় দিব। মাক দেউতাক থাকে বহুদূৰত, ভিতৰুৱা প্ৰদেশত। ইয়ালৈ আহিবৰ জোখাৰে ধনো তেওঁলোকৰ নাই। আজি ৰাজধানীত মৰুভূমিৰ মাজত থকাৰ দৰেই তাই নিঃসঙ্গ, বন্ধু নাই। নাই কোনো আত্মীয় স্বজন। তাইক যিহকে ইচ্ছা তাকেই এওঁলোকে কৰিব পাৰে।



"সকলোবোৰ কাছাৰী, সকলোবোৰ আদালত মই ঘূৰিম। প্ৰত্যেকজন উকীলৰ ওচৰলৈ যাম।" মাচেঙ্কাই ভাবিবলৈ ধৰিলে। গোটেই শৰীৰত এটি কঁপনি অনুভব কৰিলে তাই। "মই তেওঁলোকক বুজাই কম। মই শপত কাঢ়িম চুৰ কৰিব নোৱাৰো বুলি। তেওঁলোকে নিশ্চয় পতিয়াব।"

মাচেঙ্কাৰ মনত পৰিল বিছনাৰ চাদৰৰ তলত সৰু টেমাটোত কিছুমান মিঠাই তাই ভৰাই থৈছিল। স্কুলত থকা দিনৰে অভ্যাস অনুসৰি সেইবোৰ তাই খাবৰ সময়ত জেপত ভৰাই নিজৰ কোঠালিলৈ লৈ আহিছিল। তাইৰ এই গোপন অভ্যাস আজিতো গিৰিহঁতনীৰ চকুত ধৰা পৰিল। লাজত তাই ৰঙাচিঙা পৰি গ'ল। অসহ্য গৰম লাগিল। আতঙ্ক, লজ্জা আৰু তীব্ৰ অসন্তুষ্টিয়ে তাইৰ অন্তৰ থকা সৰকা কৰিলে। বুকু ধপধপাবলৈ ধৰিলে। তাইৰ কপালত, কলিজাৰ ভিতৰত আৰু পাকস্থলীৰ গভীৰত এক অসহ্য ধৰফৰণিৰ সৃষ্টি হ'ল।

"খাবৰ সময় হৈছে," চাকৰ এজনে মাচেঙ্কাক মাতিলেহি।

"খাবলৈ যাওঁ নে নেযাওঁ," মাচেঙ্কাই ভাবিলে।

তাই চুলিখিনি বুকুজেৰে ঠিকঠাক কৰি ললে। তিতা টাৱেল এখনেৰে মুখখন মচিলে আৰু খোৱাঘৰলৈ খোজ ললে। তেওঁলোকে খোৱা আৰম্ভ কৰিছিলেই। খোৱামেজৰ এমূৰত বহিছিল ফেডোচ্যা ভাচিলিয়েভ্‌না। মুখত নিৰ্ব্বোধ গাম্ভীৰ্য্যৰ ছাঁ। আনটো মূৰত বহিছিল নিকোলাই চেৰ্জেইটচ্‌ লৰাছোৱালী। কেইটি আৰু কেইজনমান আলহী মেজৰ দুয়োকাষে বহিছিল। টেইলকোট আৰু বগা মোজা পিন্ধা দুজন আলধৰাই বিধে বিধে কাঁহীবোৰ আগবঢ়াই দিছিল। ঘৰত কিবা এটা হুলস্থূল হোৱা বুলি প্ৰতি জনেই গম পাইছিল। মেডেম কুশকিনৰ মন যে অশান্ত সেইটোও কোনোৱে নজনাকৈ নাছিল। আটাইৰেই মনৰে মুখত কথা নাছিল। কাঁহীবোৰত চামুচৰ টুংটাং আৰু আইবোৰ গবোৱা শব্দৰ বাহিৰে আন একোৱেই সেই নিস্তব্ধতা ভঙা কোৱা।

গিৰিহঁতনীয়েই প্ৰথমতে কথা আৰম্ভ কৰিলে : "ইয়াৰ পিছত কি আছে?" তেওঁ ক্লান্ত আৰু আহত সুৰত আলধৰাক সুধিলে।

"এষ্টাৰজেন এ লা ৰুচ," আলধৰাই ক'লে।

"ময়ে সেইটো তৈয়াৰ কৰিবলৈ কৈছিলো ফেন্যা," নিকোলাই চেৰ্জেইট্‌চে খুব খৰখৰকৈ কৈ উঠিল। "মাছ খাবৰ মন গৈছিল্ল তুমি যদি ভাল নোপোৱা সেইবিধ দিবলৈ মানা কৰি দিয়া। মই সেইবিধ মোৰ বাবে কৰিবলৈ দিছিলো.......মানে......"

নিজে আগধৰি বান্ধিবলৈ নিদিয়া খাদ্য খাই ফেডোচ্যাই তৃপ্তি নেপাইছিল। চকুৰ পানীৰে তেওঁৰ চকুদুটা ভৰি পৰিল। "এতিয়া আৰু সেইবোৰ বাদ দিয়া। ব্যাকুল হৈ লাভ নাই," ঘৰুৱা চিকিৎসক মেমিকভে মৌবৰষা মাতেৰে ক'লে আৰু ফেডোচ্যাৰ বাহুটো নিজৰ হাতেৰে মৃদুভাবে চুই মধুৰ মিচিকিয়া হাঁহি এটি মাৰিলে। "আমি এনেয়ে স্নায়ুবোৰক অশান্ত কৰি ৰাখো; খোৱাৰ সময়ত বাৰু সেইটো নকৰিলোৱেই। ব্ৰুচ জহান্নমে যাওক, স্বাস্থ্য দুহেজাৰ ৰুবলতকৈ মূল্যবান বস্তু।"

"দুহেজাৰ ৰুবলৰ কাৰণে মই দুখ কৰা নাই," মহিলাই উত্তৰ দিলে আৰু লগে লগে ডাঙৰ এটোপাল চকুৰ পানী তেওঁৰ গালেৰে বৈ আহিল। "গোটেই কথাটোৱে কেনেকুৱা বিৰক্তিকৰ। মোৰ ঘৰত চোৰ থকাটো মই সহ্য কৰিব নোৱাৰো। ব্ৰুচটোৰ কাৰণে মই দুখ কৰা নাই, একোৰে কাৰণে মই দুখ নকৰোঁ। কিন্তু মোৰ পৰা চুৰ কৰাটো কিমান জঘন্য অকৃতজ্ঞতা! মোৰ মৰম চেনেহৰ এনেকুৱাকৈয়ে প্ৰতিদান সিহঁতে মোক দিছে?"

সকলোৱে তললৈ মূৰ কৰি কাঁহীবোৰলৈ চাই আছিল। কিন্তু মাচেঙ্কাই মনে মনে অনুভব কৰিলে যেন ভদ্ৰমহিলাৰ কথাৰ শেষত সকলোৱে তাইলৈহে চাইছিল। টেঁটুত কোনোবাই খামুচি ধৰা যেন লাগিল তাইৰ। তাইৰ চকুপানী ওলাইছিল। তাই ৰুমালখন উলিয়াই ওঁঠেৰে চেপি ধৰিলে।



"ক্ষমা কৰিব......সহিব নোৱাৰিলো......মূৰ কামুৰিছে মই যাওঁ," থোকাথুকি মাতেৰে অনুচ্চ সুৰত তাই ক'লে। লগে লগে মাচেঙ্কা চকীৰ পৰা উঠিল। লৰালৰিকৈ কোঠালিৰ পৰা ওলাই যাওঁতে চকীখনে পকাত চুচৰি আহি এটি কৰ্কশ শব্দৰ সৃষ্টি কৰিলে। মাচেঙ্কাৰ মনৰ মাজত ধুমুহাৰ কোব চৰিল।

"এইকামে সকলোকে চেৰ পেলাইছে," অসন্তুষ্টিৰ ভাৱত নিকোলাই চেৰ্জেইট্‌চৰ চেলাউৰি কোঁচ খাই গ'ল। "তেওঁৰ কোঠালিটো বিচাৰি চোৱাৰ কি দৰ্কাৰ আছিল? কেনে অসঙ্গত কথা।"

"ব্ৰুচটো তেওঁ নিছে বুলিতো মই কোৱা নাই। কিন্তু তুমি তেওঁৰ চাল-চলনৰ দায়িত্ব লব পাৰিবা নে?" ফেডোচ্যাই ক'লে। "সঁচা কথা ক'বলৈ গলে, মোৰ শিক্ষিত দৰিদ্ৰজাতৰ ওপৰত বৰ বেছি বিশ্বাস নাই।"

"সচাকৈয়ে সেই কামটো ঠিক হোৱা নাই, ফেন্যা......মাফ কৰিবা ফেন্যা, কিন্তু তেওঁৰ কোঠালিত তেনেদৰে অনুসন্ধান কৰিবলৈ আইনতঃ তোমাৰ কোনো অধিকাৰ নাই।"

"আইন-চাইন মই নাজানোঁ। মই মাত্ৰ জানো, মোৰ ব্ৰুচ এটা হেৰাইছে আৰু সেই ব্ৰুচটো মই বিচাৰি উলিয়াব লাগিব।" তেওঁ কাঁটা-চামুচপাত কাঁহীত মাৰি পঠিয়ালে। এটা কঠুৱা শব্দৰ সৃষ্টি হ'ল। খঙত ফেডোচ্যা ভাচিলিয়েভনাৰ চকু দুটা জ্বলি উঠিল। "তুমি তোমাৰ আহাৰ খোৱা! যি কামৰ লগত তোমাৰ কোনো সম্পৰ্ক নাই অনাহকত সেইবোৰত লাগি নুফুৰিবা।"

নিকোলাই চেৰ্জেইট্‌চে অতি নিমাখিতভাবে চকু দুটা তললৈ নমালে আৰু এটি হুমুনিয়াহ কাঢ়িলে।

ইপিনে মাচেঙ্কাই নিজৰ কোঠালিত সোমাই আহি ধুপুচ্‌কৈ বিছনাত বাগৰি দিলে। আতঙ্ক বা লাজৰ অনুভূতিবোৰ এতিয়া তাইৰ নাছিল। কঠোৰ, উদ্ধত আৰু ভোটা বুদ্ধিৰ এই কোপালী তিৰোতাজনীৰ

৪

দুয়ো গাল চৰিয়াই ৰঙা কৰি দিয়াৰ এক তীব্ৰ বাসনাই মাচেঙ্কাৰ মন ঢৌৰাই গৈছিল।

বিছনাত শুই তাই গাৰুটোত মুখখন হেঁচি ধৰিলে। মনলৈ নামি আহিল চিন্তাৰ ঢল। এতিয়াই দোকানলৈ গৈ আটাইতকৈ দামী ব্ৰুচ এটা কিনি আনি সকলোকে দপদপাই ফুৰা এই মানুহজনীৰ সন্মুখত দলি মাৰি দিব পৰা হ'লে কেনে মজা লাগিলহেঁতেন। ভগবানৰ ইচ্ছাত যদি ফেডোচ্যা ভাচিলিয়েভ্‌নাই সকলো সা-সম্পত্তি ধ্বংস কৰি দুৱাৰে দুৱাৰে মাগি ফুৰিব লগা হ'লহেঁতেন, দাৰিদ্ৰ্য আৰু লোকৰ দয়াৰ ওপৰত নিৰ্ভৰ কৰিব লগা হোৱা অৱস্থাৰ ভয়ঙ্কৰ বিভীষিকাৰ সোৱাদ যদি তাই পালেহেঁতেন। তাইৰ দ্বাৰা অপমানিতা এই মাচেঙ্কাই যদি ভিখাৰিনী হৈ বাটে বাটে ঘূৰি ফুৰা ফেডোচ্যাক ভিক্ষা দিব পাৰিলেহেঁতেন। আহ! তাই যদি হঠাতে বহুতো ধন সম্পত্তি পাই গ'লহেতেন। এখন গাড়ী কিনি এই মানুহজনীৰ খিৰিকীৰ ওচৰেৰে সশব্দে চলাই যাব পৰাহেঁতেন তাই হিংসাত দেই পুৰি মৰিলেহেঁতেন।

কিন্তু এই সকলোবোৰ চিন্তা আছিল সপোন। বাস্তৱিকতে কৰিবলগীয়া কাম এটাই। যিমান সোনকালে পৰা যায়, সিমান সোনকালে এই ঠাইৰ পৰা গুছি যোৱাটো। এটা ঘণ্টাৰ কাৰণেও আৰু এই ঠাইত থাকিব নোৱাৰি। চাকৰি এৰি নিঃসম্বল মাক দেউতাকৰ ওচৰলৈ গুছি যোৱাটো সচাকৈয়ে ভয়ানক। তাই বুজি পাইছিল। কিন্তু ইয়াৰ বাহিৰে কিয়েই বা তাই কৰিব পাৰে? গিৰিহঁতনীৰ লগত ভেটাভেটি হোৱাৰ সম্ভাৱনা অসহ্য। আনকি নিজৰ সৰু কোঠালিটোৰ ভিতৰৰ দৃশ্যটোও অসহনীয় যেন লাগিল। মাচেঙ্কাই নিজে নিজে বৰ নিঃসহায় বোধ কৰিলে। ইয়াত যেন তাইৰ উশাহ বন্ধ হৈ যাব এনেকুৱা ভাব হ'ল। নিজৰ অসুখ-বিসুখ আৰু কল্পিত আভি[illegible]তো ন[illegible] সন্মান এই দুই বদ্ধমূল ধাৰণাৰ বাহিৰে ফেডোচ্যাই একো[illegible] ঠিল [illegible]ৰব নোৱাৰিছিল। এইজনী তিৰোতাই মাচেঙ্কাৰ মন ইমা[illegible] লগালে যে পৃথিৱীখনত এনেকুৱা এজনী



তিৰোতা আছে কাৰণেই পৃথিৱীৰ সকলো বস্তুৰেই তাইৰ মনত কঠুৱা, আঁভজা যেন লগা হ'ল। মাচেঙ্কাই জাপমাৰি শোৱাৰ পৰা উঠিলে আৰু টালি টোপোলা বন্ধাত লাগিল।

"ভিতৰলৈ আহিব পাৰোঁ নে?" দুৱাৰত নিকোলাই চেৰ্জেইট্‌চৰ কণ্ঠস্বৰ শুনা গ'ল। সাৰসুৰ নোহোৱাকৈ তেওঁ কেতিয়াবা দুৱাৰৰ ওচৰ পাইছিলহি। কোমল মাতেৰে, ওঠ দুটা অলপ চেপি ধৰি তেওঁ শব্দ কেইটা উচ্চাৰণ কৰিছিল। "সোমাওঁ নে?"

"সোমাই আহক।"

নিকোলাই চেৰ্জেইট্‌চ ভিতৰলৈ আহিল। দুৱাৰৰ ওচৰত তেওঁ স্থিৰ হৈ থিয় দি থাকিল। চকুহাল নিষ্প্ৰভ যেন দেখা গৈছিল। ৰঙা চুটি নাকটো জিলিকি আছিল। ভোজনৰ পিছত বিয়েৰ খোৱা তেওঁৰ অভ্যাস। সেইয়া তেওঁৰ খোজ আৰু অৱশ হৈ পৰা নোদোকা হাত দুখনলৈ মন কৰিলেই ধৰিব পাৰি।

"এয়া কি?" বাকচটোৰ পিনে আঙুলিয়াই তেওঁ সুধিলে।

"যাবৰ কাৰণে বস্তুখিনি বান্ধি-মেলি লব লাগিছোঁ। নিকোলাই চেৰ্জেইট্‌চ, আপুনি মোক ক্ষমা কৰিব, মই আপোনাৰ ঘৰত আৰু থাকিব নোৱাৰিম। মোৰ কোঠালিত তেনেদৰে অনুসন্ধান চলোৱাত মই মৰ্মান্তিক অপমান পাইছোঁ।"

"সকলো বুজোঁ......কেৱল তুমিহে অবুজৰ দৰে যাবলৈ ওলাইছা......তুমি কেলেই যাবা? তোমাৰ বস্তুবেহানিৰ মাজত বাৰু বিচাৰখোচাৰ কৰিলেই......কিন্তু তুমি...তোমাৰ তাতে কি হ'ল? তোমাৰতো একো ক্ষতি হোৱা নাই তাৰপৰা।"

মাচেঙ্কাই নীৰৱে বন্ধা-মেলাতে লাগি থাকিল। নিকোলাই চেৰ্জেইট্‌চে গোফঁত এটা চিকুট মাৰিলে। আৰু কি কব পাৰি যেন ভাবিহে ললে। ভালৰি বোলোৱা সুৰত কৈ গ'ল তেওঁ, "মই আৰু নুবুজোনে? সকলো বু[illegible]ইি। কিন্তু কিছুমান কথা তুমি অলপ সদয়ভাবে বিচাৰ ক[illegible]ইবো[illegible]গিব। তুমি জানাই মোৰ ঘৈণীৰ মেজাজ খিট্‌খিটিয়া। [illegible] কো[illegible] ইচ্ছা যায় তাকেই

কৰে। তুমি খুব কঠোৰভাবে তেওঁক বিচাৰ কৰিলে অন্যায় হব।"

মাচেঙ্কা অটল, নীৰব।

নিকোলাই চেৰ্জেইট্‌চে কৈ গ'ল, "তুমি যদি ইমানে আঘাত পাইছা···তুমি যদি ইচ্ছা কৰা মই ক্ষমা খুজিবলৈও সাজু আছোঁ। এয়া মই ক্ষমা খুজিছোঁ, হ'লতো এতিয়া।"

মাচেঙ্কাই কোনো উত্তৰ নিদিলে। তাই কেৱল বাকচটোৰ ওপৰত বেছিকৈ হালি পৰিল। নিঃশেষিত, অদৃঢ়মনা এই মানুহ জনক ঘৰৰ কোনেও খেৰকুটা যেনো নেদেখিছিল। আনকি চাকৰ-বাকৰেও তেওঁক তেনে জ্ঞান কৰিছিল। তেওঁৰ অৱস্থাটো আছিল ঠিক পৰৰ মুখলৈ চাই থকা বজ্ৰলেপ আলহী এজনৰ অৱস্থাৰ দৰে করুণ। তেওঁৰ ক্ষমা খোজাৰ কোনো মূল্যই নাছিল।

"হুঃ তুমিচোন একোকে নোকোৱা? সেইখিনিয়ে যথেষ্ট হোৱা নাই তেনেহলে? তেনেহলে মই মোৰ ঘৈণীৰ হৈ ক্ষমা খুজিম। এৰা, মোৰ ঘৈণীৰ হৈ······তেওঁ আচৰণত নিৰ্বুদ্ধিতাৰ পৰিচয় দিছে মই এজন ভদ্ৰলোক হিচাবে সেইটো স্বীকাৰ কৰিছোঁ।

নিকোলাই চেৰ্জেইট্‌চে কোঠাটোৰ ভিতৰত চাৰিওফালে ঘূৰি ফুৰিবলৈ ধৰিলে। এটা হুমুনিয়াহ কাঢ়ি আকৌ আৰম্ভ কৰিলেঃ

"তেনেহলে ইয়াৰ সোঁৱৰণীয়ে মোৰ অন্তৰ খুলি খাওঁক তাকেই তুমি বিচৰা,—বিবেকৰ খোচঁত মই অতিষ্ঠ হওঁ সেয়ে তোমাৰ কাম্য।"

"মই জানো, ই আপোনাৰ দোষ নহয় নিকোলাই চেৰ্জেইট্‌চ। চকুপানীৰ চেঁকা লগা ডাঙৰ চকুযুৰিৰে তেওঁৰ মুখলৈ পোনপটিয়াকৈ চাই মাচেঙ্কাই ক'লে। "আপুনি কিয় ইমান চিন্তা কৰিছে?"

"নিশ্চয় নহয়······তথাপি তুমি গুছি নাযাবা। মই অনুৰোধ কৰিছোঁ তুমি নাযাবা।"

মাচেঙ্কাই মূৰটো ে... িলে। নিকোলাই চেৰ্জেইট্‌চ খিৰিকীৰ ওচৰত ৰ'ল। আঙ তো ... আগেৰে তেওঁ খিৰিকীৰ আয়নাত টুকুৰিয়াবলৈ ধৰিলে ...ঠিল



তেওঁ ক'লে, "এনেকুৱা ভুল বুজাবুজি মোৰ কাৰণে কেৱল যন্ত্ৰনা-দায়ক। কিয় অবুজ হৈছা, মই তোমাৰ ওচৰত আঠু লোৱাটোকে বাঞ্ছা কৰানেকি? নহলে আন কি কৰিব লাগিব? তোমাৰ সন্মান আহত হৈছে। ইয়াত বহি বহি তুমি কান্দিছা। যাবৰ কাৰণে টালিটোপোলা বান্ধিছা। মোৰো এটা সন্মান আছে, তুমি সেইখিনিও সুদাই নেৰা দেখিছোঁ। নে মোৰ শেষ স্বীকাৰোক্তিৰ সময়তো যি কথা নকওঁ সেইকথা মোৰ পৰা শুনিব খোজা? হয়নে? শুনা, মোৰ মৃত্যু শয্যাত যাজকৰ আগতো মই যিটো প্ৰকাশ নকৰো সেইটো শুনিব খুজিছা, নহয়?"

মাচেঙ্কাই কোনো উত্তৰ নিদিলে।

"ব্ৰুচটো মই নিছোঁ", নিকোলাই চেৰ্জেইট্‌চে একে উশাহতে কৈ গ'ল। "সেয়া যথেষ্ট হ'লনে? তুমি সন্তুষ্ট হৈছা? হয়, ময়ে সেইটো নিছোঁ। অৱশ্যে মই তোমাৰ সুবিবেচনাৰ ওপৰত নিৰ্ভৰ কৰিছোঁ, ভগবান সাক্ষী, কথাটো যেন ঘুণাক্ষৰেও ক'তো নোলায়, অকণ ইঙ্গিতো কাকো নিদিবা এই বিষয়ে।"

মাচেঙ্কা বিস্মিত হ'ল। ভয় খালে। বস্তু-বেহানি বন্ধা-মেলা আৰু দ্ৰুত গতিত চলিল। তাই বস্তুবোৰ আজুৰি আনিলে, যেনি তেনি জাপিলে আৰু বাকচে-পেটেৰাই য'তে পালে তাতে ভৰালে। নিকোলাই চেৰ্জেইট্‌চৰ এই অকুণ্ঠ স্বীকাৰোক্তিৰ পিচত তাই আৰু এক মিনিটো এই ঘৰত থাকিব নোৱাৰে। আগেয়ে কেনেকৈ এইখন ঘৰত তাই থাকিব পাৰিছিল তাই ভাবি নাপালে।

অলপ সময় বৈ নিকোলাই চেৰ্জেইট্‌চে পুনৰ কবলৈ আৰম্ভ কৰিলে, "এইটোত আচৰিত হব লগা একো নাই। ই এটা দৈনন্দিন ঘটনা। মোক পইচা লাগে—কিন্তু তেওঁ মোক চুবলৈকে নিদিয়ে। এই ঘৰ, সকলোবোৰ বস্তুবেহানি মোৰ দেউতাৰ ধনেৰে কিনা। বিশ্বাস কৰা, এই সকলোবো ...হি ...। ব্ৰুচটো মোৰ মাৰ আছিল। সেইটো তেওঁ ললে। সক ...ইবো... ...ৰৰ গৰাকী হৈ পৰিল মোৰ ঘৈণী। তুমি স্বীকাৰ কৰিব ... কো... তেওঁৰ বিৰুদ্ধে মই

কাছাৰীলৈ যাব নোৱাৰো৷ মোৰ আন্তৰিক অনুৰোধ তুমি এই সামান্য কথাটো এৰি পেলোৱা···ইয়াতে থাকা। বুজিবলৈ চেষ্টা কৰা। ক্ষমা কৰা। কোৱা, থাকিবা নে নেথাকা ?

"নাথাকোঁ", মোচেঙ্কাই কণ্ঠত দৃঢ়তা সানি ক'লে। গোটেই মানুহজনী কঁপিবলৈ ধৰিলে। "মোক অকলশৰে থাকিব দিয়ক আপোনাক কাবৌ কৰিছোঁ।"

"বাৰু, ভগবানে তোমাৰ মঙ্গল কৰক" হুমুনিয়াহ কাঢ়ি নিকোলাই চেৰ্জেইট্‌চে ক'লে। বাকচটোৰ ওচৰতে থকা টুল এখনত তেওঁ বহি পৰিল। "স্বীকাৰ কৰোঁ, অসন্তুষ্টি, ঘৃণা ইত্যাদি আবেগ যি এতিয়াও অনুভৱ কৰিব পাৰে তেওঁলোকক মই শ্ৰদ্ধা কৰোঁ। মই ইয়াতে বহি বহি ৰোষত সঙ্কুচিত হোৱা তোমাৰ মুখখনলৈ চিৰকাল চাই থাকিব পাৰোঁ···তুমি নাথাকা তেনেহলে ? বুজিছোঁ··· তেনেকুৱা হবই···নিশ্চয় হব। তোমাৰ কাৰণে সেইটোৱে ঠিক। কিন্তু মোৰ কাৰণে···ওহ ওহ ! এই কাৰাগাৰৰ পৰা মই এখোজো বাহিৰলৈ যাব নোৱাৰো। আমাৰ এখন পামলৈ যাবলৈও প্ৰত্যেক খনতে তেওঁৰ কেৰাণী, বিশেষজ্ঞ, চাকৰ আদি পাষণ্ডৰ দল ভৰি আছে। সকলোবোৰ জহনিত য'ক। সিহঁতে কেৱল বন্ধক দিয়ে আৰু মোকলায়। মোকলায় আৰু বন্ধক দিয়ে। বন্ধকৰ উৎপাতত মাছ মাৰিব নোৱাৰা, ঘাঁহনিত ফুৰিব নোৱাৰা, গছত উঠিব নোৱাৰা·········।"

"নিকোলাই চেৰ্জেইট্‌চ", ড্ৰইংৰুমৰ পৰা তেওঁৰ ঘৈণীয়েকৰ কণ্ঠস্বৰ শুনা গ'ল। "এগনিয়া, দেউতাৰক মাত।"

"তেন্তে তুমি নাথাকা ?" লৰালৰিকৈ উঠি নিকোলাই চেৰ্জেইট্‌চে সুধিলে। দুৱাৰৰ পিনে খোজ ললে তেওঁ। "সঁচাকৈয়ে, তুমি থাকিলে কিমান ভাল হব। তেতিয়া গধূলি সময়ত তোমাৰ ইয়াত বহি কথা পা[illegible]ৰিম। কি কোৱা ? নেথাকা জানো ? যদি তুমি গুছি যো[illegible]াটেই ঘৰখনতে এখনো মানবীয় মুখ নাথাকিব। এইখন[illegible]ুছি মৰিশালি হব।"



নিকোলাই চেৰ্জেইট্‌চৰ শেঁতা, ক্লান্ত মুখখন আন্তৰিক অনুৰোধৰ আবেগত কোমল হৈ পৰিছিল। মাচেঙ্কা অটল। তাই মূৰ জোকাৰিলে, অসন্মতিৰ ইঙ্গিত হিচাবে। বিদায় লোৱাৰ ভঙ্গীত হাত তুখন লৰাই নিকোলাই চেৰ্জেইট্‌চ কোঠাৰ পৰা ওলাই গ'ল।

আধা ঘণ্টা পিছত তাই খোজ ল'লে।

# বহুৰূপী

আন্তন চেকভ

পুলিচ ইন্স্পেক্টৰ উচুমেলভ্ বজাৰখনেদি পাৰ হৈ গৈছিল। হাতত এটা নতুন হলো কোটৰ বোজা। পাচে পাচে ৰঙা চুলিৰে চিপাহী এটাই বেগাই খোজ লৈছে। তাৰ হাতত কাণেকাণমৰা এপাচি ফল, বাজেয়াপ্ত কৰি অনা গুজবেৰী। চাৰিওফালে নীৰৱ, নিস্তব্ধ। কোনো জন-প্ৰাণী এটিও নাই বজাৰৰ আশে পাশে। সৰু সৰু দোকান আৰু অতিথিশালাৰ মুকলি দুৱাৰবোৰে অগণন ভোকাতুৰ মুখৰ দৰে স্ৰষ্টাৰ পৃথিবীখনিৰ পিনে যেন নিৰলসভাৱে মুখমেলি অপেক্ষা কৰিছে। ওচৰে-পাজৰে আনকি ভিখাৰী এটিও দেখিবলৈ নাই।

হঠাৎ কোলাহলৰ শব্দ এটা উচুমেলভৰ কাণত পৰিলহি। "কামুৰিবলৈ আহিছ চালা! ইয়াক নেৰিবি বোপাহঁত! কামোৰাটো আজিকালি বে-আইনী। ধৰি ৰাখ ইয়াক। অ'......... !"

কুকুৰ এটাৰ গোঁ-গোঁৰনি শুনা গ'ল। উচুমেলভে শব্দ অহাৰ ফাললৈ চাই পঠালে। তাৰ চকুত পৰিল: পিচুগিন মহাজনৰ কাঠগোলাৰ পৰা কুকুৰ এটা তিনি ঠেঙৰ ওপৰত দৌৰি ওলাই আহিছে। পিচে পিচে ... খেদি আনিছে এটা মানুহে। তেওঁৰ গাত মকৰা চাব দিয়া ... লা। জহৰ কোটটোৰ বুটাম খোলা। গোটেই শৰীৰটো স... পিনে ভাঁজলোৱা। মানুহজন উজুটি খাই পৰিল আৰু কুকুৰটোৰ পিচ ভৰিত থাপ মাৰি ধৰিলে। আকৌ এবাৰ গোঁ-গোৰনি উঠিল। এটা শব্দ শুনা গল: ইয়াক যাবলৈ নিদিবি। নিদ্ৰাচ্ছন্ন মানুহবোৰ দোকানৰ পৰা একেকোবে ওলাই আহিল। নিমিষতে মানুহৰ জুম বান্ধিলে। কাঠগোলাৰ চাৰিওপিনে মানুহ,—যেন তেওঁলোক এতিয়াহে মাটিৰ পৰা উপজিলে।

"হুজুৰ, কিবা গণ্ডগোল হৈছে বোধহয়"—চিপাহীজনে মাত লগালে। উচুমেলভ্ উভতিল আৰু মানুহৰ জুমটোৰ পিনে বেগাই খোজ ললে। তেওঁ দেখিবলৈ পালে, কাঠগোলাৰ "গেট"ৰ সমুখত সোঁফালে মানুহ এজন থিয় হৈ আছে। বুটাম খুলি জহৰকোট পিন্ধা সেই একেজন মানুহেই। সোঁহাতটো ওপৰলৈ তুলি মানুহজনে তেজ ওলাই থকা আঙুলি এটা মানুহমখাক দেখুৱাই আছিল। "মই তোক মজা দিম ৰহ, চালা চয়তান!"—কথাষাৰ মদপী মুখ ভঙ্গীত যেন ফুটি উঠিছে। তাৰ আঙুলিটো যেন বিজয়ৰ এখন পতাকাহে। ইন্সপেক্টৰে মানুহজনক চিনি পায়,—খ্ৰিউকিন সোণাৰী। মানুহবোৰৰ মাজত আগ ঠেং মেলি আচামীটো বহি আছে। এটা বগা বৰ্জই কুকুৰ পোৱালী। জোঙা নাক, পিঠিত হালধীয়া দাগ। গোটেই গাটো তাৰ থৰ্থৰ্ কৰি কঁপিছে। তাৰ অশ্ৰুপূৰ্ণ চকুত ফুটি উঠিছে দুখ আৰু ভয়ৰ ভাব।

"কি হৈছে এইবোৰ"—মানুহমখাৰ মাজেদি ফাক উলিয়াই উচুমেলভে কবলৈ ধৰিলে: "ইয়াত কি কৰিছ? আঙুলিটো ধৰি আছ যে!—চিঞৰিছিলি কোনে?"

"হয় দেউতা, মই নিমাষিতভাৱে এইপিনে আহি আছিলোঁ।" হাতৰ মুঠিত গলহেকনি এটা মাৰি খ্ৰিউকিনে কবলৈ ধৰিলে: "মিত্ৰি মিত্ৰিচৰ লগত মোৰ অলপ কাঠৰ কাৰবাৰ আছিল। আৰু কোনো কাৰণ নোহোৱাকৈ এই পাষণ্ডটোৱে মোৰ আঙুলিটোত কামুৰি দিলেহি। ক্ষমা কৰিব হুজুৰ, মই মেহনত কৰি খোৱা মানুহ। ব্যৱসায়ো বৰ ভাল নহয়। ...ইবোৰে এতিয়া কিবা এটা ক্ষতিপূৰণ পোৱাৰ দিহা কৰি দিয়ক। কো...নি এসপ্তাহলৈ আৰু

৫

আঙুলিটো লৰচৰ কৰিব নোৱাৰিম। দেউতা, আইনততো এনে কথা নাই নহয় যে,—আমি বনৰীয়া এই জন্তু-জানোৱাৰবোৰক সহ্য কৰি থাকিম। প্ৰত্যেকেই যদি এনেকৈ কামুৰিবলৈ লয়, আমাৰ জীয়াই থকাৰ সাৰ্থকতা কি ?"

উচুমেলভে গলহেকনি মাৰিলে আৰু চকুৰ চেলাউৰি কোঁচাই গহীনভাৱে ক'লে ঃ "ওঁ—ঠিকেই। এইটো কাৰ কুকুৰ ? ইয়াক কিন্তু মই সহজে এৰি নিদিছোঁ। কুকুৰ এৰি দিয়া মানুহক মই মজা দিয়াম। আইন মানি চলিব নোখোজা ভদ্ৰলোকসকলৰ কিবা এটা ব্যৱস্থা কৰাৰ সময় হৈছে। মজা পাব।—চালা বদমাইচ্ !—কুকুৰ গৰু মেলি দিয়াৰ পৰিণাম কি, অমুকাই শিকাম।—কিমান পানীৰ মাছ মই চাই লম !" তেওঁ চিপাহীটোলৈ চাই আকৌ ক'লে ঃ "এলদিৰিণ ! এইটো কাৰ কুকুৰ, খবৰ ল আৰু শুন,—এখন এজেহাৰ লিখি ল। অনতিপলমে কুকুৰটো মাৰি পেলাব লাগিব। কিজানি ই বলিয়া......কাৰ, এইটো কাৰ কুকুৰ মই জানিব খোজোঁ।"

"মোৰ মনেৰে এইটো জেনেৰেল জিগালভ চাহাবৰ"—জুমৰ মাজৰ পৰা কোনোবাই মাত দিলে।

"জেনেৰেল জিগালভ ! ওঁ— ! উস্ ! এলদিৰিণ......মোৰ কোটটো খহাই দেচোন। বাপ্ ৰে, কি গৰম ! বৰষুণ দিব যেন পাইছোঁ।" তাৰ পিচত ইন্সপেক্টৰে খ্ৰিউকিনৰ পিনে চালে ঃ "পিচে, এটা কথা মই কোনোমতেই বুজিব পৰা নাই। কুকুৰটোৱে তোক কেনেকৈ কামুৰিবলৈ পালে ? ই বিচাৰি বিচাৰি তোৰ আঙুলিটোহে আৰু পালেগৈনে ? এইকণ পোৱালী কুকুৰ, আৰু তই হলি এটা জবৰজং ডেকা ! তই নিশ্চয় গজালেৰে আঙুলিটো খুচিছ আৰু এতিয়া পাং পাতিছ ক্ষতিপূৰণ আদায় কৰিবলৈ। তহঁতক চিনিবলৈ মোৰ বাকী [illegible] !"

"হুজুৰ,—সি ধে[illegible]তো [illegible]ৰি কুকুৰটোৰ নাকৰ আগত চিগাৰেটৰ জুই লগাই দিছিল। ঠিক [illegible] কুকুৰটোৱেও দিলে কামোৰ লগাই।



আনৰ দুষ্টামি নহয় হুজুৰ !—এই খ্ৰিউকিনে দেউতা, সদায় বজ্জাতি কৰি ফুৰে।"

"মিছা মাতিছ কেলেই ? কেঁৰাচকুৱা ! তই মোক দেখিছিলি তেনে কাম কৰা ? মিছলীয়া !......হুজুৰ জ্ঞানী মানুহ ; নিজেই বুজিব পাৰিব কোনে মিছা কৈছে আৰু কোনে সঁচা কথা কৈছে। মিছা কৈছোঁ যদি আদালতত বিচাৰ হওঁকনা। আইন মতে...... এতিয়া সকলো মানুহ সমান। জানিব খোজ যদি শুন,—মোৰো এজন ভাই পুলিচত কাম কৰে।"

"চুপতি নেমাৰিবি বুলিছোঁ—"

চিপাহীটোৱে দৃঢ়তাৰে মন্তব্য কৰিলে ঃ "ওঁহো, এইটো জেনেৰেলৰ কুকুৰ হবই নোৱাৰে। এনেকুৱা কুকুৰ তেখেতৰ নাই। জেনেৰেল চাহাবৰ চব্‌বিলাক চিকাৰী কুকুৰ !"

"ঠিক জান ?"

"জানো,—হুজুৰ !"

"অ',—তই ঠিকেই কৈছ। জেনেৰেলৰ কুকুৰ কেইটা বেজাই দামী, উচ্চ জাতৰ। আৰু এইটো চোঁৱাচোন ! কুৎচ, ফাপৰে ধৰা ক'ৰবাৰ। এনেকুৱা কুকুৰ কোনোবাই পোহেনেকি ? তহঁতৰ দেখিছো মূৰত গণ্ডগোল হৈছে ! মস্কো-পিটাৰ্চবুৰ্গত এনেকুৱা কুকুৰ দেখা হলে কি হ'লহেঁতেন জান ? আইন মাৰগুলি,—লগেলগেই চাফ। খ্ৰিউকিন, মনত ৰাখিবি কিন্তু—ই তোক কামুৰিছে। সহজে নেৰিবি। এশিকনি দিয়া দৰকাৰ। সময় হৈছে ... ... ..."

চিপাহীটোৱে এইবাৰ নিজে নিজে কবলৈ ধৰিলে ঃ "কুকুৰটো কিজানি জেনেৰেল চাহাবৰেই হব। চেহেৰা দেখি একো কব নোৱাৰি। সিদিনাখন মই এনেকুৱা এটা কুকুৰ দেখিছিলোঁ আমাৰ জেনেৰেল চাহেবৰ চোতালত।"

"অ'তো আকৌ—জেনেৰেলৰ কুকুৰহে [illegible]"। ভিৰৰ পৰা কোনোবা এজনে মাত দিলে।

"উস্ ! এলদিৰিন্ ! —কোটটো [illegible] কো[illegible]ই দে। ফেৰফেৰীয়া

বতাহ যেন পাইছোঁ। বৰ জাৰ লাগিছে। অ'ই, ইয়াক লৈ যা জেনেৰেলৰ ওচৰলৈ আৰু সুধি আহিবি। কবি, মই কুকুৰটো ৰাস্তাত পাই পঠাই দিছোঁ। বাটলৈ যেন আৰু এৰি নিদিয়ে —বুজাই কবি। সম্ভৱ, ই দামী কুকুৰেই হব। কিন্তু এই গৰু-খনে যদি তাৰ নাকত চিগাৰেটৰ জুই লগায়, তেন্তে ইয়াৰ বাৰ বাজিব কালিলৈকে। আৰু ··· ··· কুকুৰ হ'ল এটি আদৰুৱা জীৱ! ··· ··· এই গজমূৰ্খ, হাত নমা। তোৰ সেই আঙুলি দেখুওৱা বন্ধ কৰ। ওঁ, তোৰেই দোষ!"

"সৌৱা জেনেৰেলৰ বাবুৰ্চী আহিছে। তেওঁকে সোধোঁচোন ··· হে'ৰা প্ৰোখৰ কাই! এই ফালে আহাচোন। —বাৰু, ভালকৈ চোৱাঁচোন কুকুৰটোলৈ,—এইটো তোমালোকৰ হয় নে?

"কিনো কৈছে! আমি জীয়াই থকা কালত কোনোদিনেই আমাৰ ঘৰত এনেকুৱা কুকুৰ দেখা নাই।"

"বেচ্ বেচ! কথাটো আৰু খুচৰি থকাৰ প্ৰয়োজন নাই। বাটকুৱা কুকুৰ। ৰাস্তাত কথা পাগুলি লাভ কি? কৈছোঁ নহয় তহঁতক,—এইটো গৰাকী নোহোৱা কুকুৰ,—ৰাস্তাৰ! ইয়াক খতম কৰি লেঠা মৰাই ভাল।" উচুমেলভে ক'লে।

"পিচে ··· এইটো আমাৰ নহয়!" প্ৰোখৰে আকৌ ক'লে। "কেইদিনমান হ'ল—আমাৰ জেনেৰেল চাহাবৰ ভায়েক আহিছে। কুকুৰটো তেওঁৰেই। আমাৰ চাহাবে বৰ্জই জাতৰ কুকুৰ ভাল নাপায়। কিন্তু তেওঁৰ ভায়েকে হলে খুব পচন্দ কৰে ··· ···।"

"কি ক'লা!—জেনেৰেলৰ ভায়েক আহিছে? —অ' ভ্লাদিমিৰ ইভানিচ?" উচুমেলভ্ চিঞঁৰি উঠিল। এক অপাৰ্থিব হাঁহি মুখত বিৰিঙিল। —"হায় বিধি! মই গমেই নাপাওঁ! তেনেহলে তেখেত থাকিবলৈকে আহিছে?"

"হয়, থাকিব।"

"কি কাণ্ড! ইতা ··· ককায়েকৰ ঘৰলৈ আহিছে আৰু মই খবৰেই নাপাওঁ! তেন্তে ··· এইটো তেখেতৰে কুকুৰ? খুউব ভাল কথা।



লৈ যোৱাহে এইটো! বাঃ! অকণমানি ধুনীয়া কুকুৰ! ইয়াৰ বোলে আকৌ আঙুলিত কামুৰিছিল! হেঃ হেঃ, চাওঁ চাওঁ, নকঁপিবি! ইচ্ পোৱালীটোৰো খং উঠিছে। আঃ, কি চমৎকাৰ কুকুৰ পোৱালী!"

প্ৰোখৰে কুকুৰটো মাতি নিলে। পোৱালীটোৰ সৈতে সি কাঠগোলা পাৰ হৈ গ'ল। জুমটোত থকা মানুহবোৰে খিউকিনৰ পিনে চাই হাঁহি দিলে।

"ৰ'বি, মই তোক মজা দেখুৱাম।" উচুমেলভে খ্ৰিউকিনক ধমক দিলে। তাৰ পাচত ডাঙৰ হলো কোটটো গাত মেৰিয়াই বজাৰৰ মাজেদি বেগাই খোজ দিলে।

নাই।
বিলাকবোৰ
কো

# প্ৰতিশোধ

## আলেক্‌জেণ্ডাৰ পুশ্‌কিন্‌

॥ উনৈশ শতিকাৰ আৰম্ভণিতে আলেক্‌জেণ্ডাৰ পুশ্‌কিনে ৰাছিয়ান সাহিত্য ৰোমাণ্টিক ভাৱধাৰাৰে সমৃদ্ধ কৰে ॥ এওঁ আধুনিক ৰাছিয়ান সাহিত্যৰ অন্যতম প্ৰতিষ্ঠাপক ॥ কবি হিচাবে জনাজাত হলেও এওঁ কিছু সংখ্যক গল্প লিখিছিল ॥ এইজনা শিল্পীৰ প্ৰগতিশীল লেখনীত সমসাময়িক চৰকাৰ ক্ষুব্ধ হৈ উঠে ॥ সেয়ে তেওঁক ১৮২০ চনত নিৰ্ব্বাসিত কৰা হয় সুদূৰ ককেচাচলৈ ॥ কিন্তু এই যাতনাই তেওঁক আৰু বেচি দৃঢ়মনা কৰিলে,—সমাজ সচেতন কৰিলে ॥ তাৰেই প্ৰকাশ পালে তেওঁৰ অমৰ সৃষ্টিত ॥ নিষ্ঠুৰ দ্বন্দ্বযুদ্ধ এখনক কেন্দ্ৰ কৰি হোৱা দুজন সৈনিকৰ মানসিক সংঘাত—এই গল্পটিৰ বিষয়বস্তু ॥ পুশ্‌কিনৰ মৃত্যুও ৰোমাণ্টিক—দ্বন্দ্বযুদ্ধতেই তেওঁ মৃত্যু বৰণ কৰে ॥

আমি তেতিয়া ‘এ[illegible]চহৰত ছাউনী পাতি আছিলোঁ। সৈন্য বাহিনীৰ বিষয়া এজনৰ তা[illegible]ধাৰা সকলোৰে সুপৰিচিত। ৰাতি—পুৱা কছৰৎ আৰু ঘো[illegible]লাৰা, সেনাধিনায়কৰ লগত বা ইহুদীৰ ভোজনালয়ত আহাৰ খোৱা আৰু সন্ধিয়া সময়ত মদখোৱা আৰু তাচখেলা। এয়েই আছিল প্ৰতিদিনৰ কৰণীয়। ‘এন’-চহৰত আমি অবাধে অহাযোৱা কৰিব পৰা কোনো ঘৰ নাছিল। বিয়াৰ বয়সৰ ছোৱালী এজনীও নাছিল সেই চহৰত। সেয়েহে আজি ইজনৰ কোঁঠালিত, কালিলৈ বা সিজনৰ কোঠালিত এইদৰে দিনৌ আড্ডা মৰাটো আমাৰ অভ্যাসত পৰিণত হৈছিলগৈ। আমাৰ আড্ডাত কেৱল সৈনিকৰ সাজপাৰ পিন্ধা মানুহহে লগ পাইছিলোঁ।

সৈনিকৰ এই সমাজখনত এজন মাথোন অসৈনিকে ঠাই পাইছিল। মানুহজনৰ বয়স প্ৰায় পয়ত্ৰিশ বছৰ, সেয়ে আমি তেওঁক বয়সিয়াল মানুহৰ লেখতহে ধৰিছিলোঁ। তেওঁৰ অভিজ্ঞতাই আমাৰ ওপৰত তেওঁক প্ৰাধান্য দিছিল। তেওঁৰ অভ্যাসগত ৰাগ, কঠোৰ স্বভাৱ আৰু সততে ব্যৱহাৰ কৰা তীক্ষ্ণ বাক্যবানে আমাৰ কোমল মনবোৰত গভীৰভাৱে ৰেখাপাত কৰিছিল। তেওঁৰ জীৱন আছিল ৰহস্যাবৃত। চেহেৰাত তেওঁ ৰুচদেশীয়, অথচ তেওঁৰ নামটো আছিল এটি বিদেশী নাম। আগেয়ে হেনো তেওঁ হুচাৰ ৰেজিমেণ্টত চাকৰি কৰিছিল। তাঁত সৈনিক হিচাবে সুনামো তেওঁ আৰ্জিছিল। কিহৰ উচটনিত তেওঁ কাম এৰি এই মৰকেলেপ সৰু চহৰ খনত থিতাপি ললে—ইয়াৰ সম্ভেদ কোনেও নেপাইছিল। অতি সাধাৰণভাৱেৰেই তেওঁ চলিছিল। মানুহজন যে মিতব্যয়ী আছিল তেনেও নহয়। ফুৰাচকা সদায় খোজ কাঢ়িয়েই কৰিছিল। প্ৰায়েই ক’লা ৰঙৰ কুঞ্চচ ওভাৰকোট এটা পিন্ধিছিল। কিন্তু আমাৰ সৈন্য বাহিনীৰ বিষয়াসকলক ঘনাই ঘনাই তেওঁৰ ঘৰলৈ আহাৰৰ নিমন্ত্ৰণ কৰাত তেওঁ অকৃপণ আছিল। এজন অৱসৰপ্ৰাপ্ত সৈনিকে তেওঁৰ ৰন্ধাবঢ়া কৰিছিল। তেওঁৰ ভোজবোৰত এই ৰান্ধনিজনে ৰন্ধা দুই তিনি বিধতকৈ বেছি খাদ্য নাথাকিছিল সঁচা, মদ কিন্তু পানীৰ নিচিনাকৈ ভহাই দিছিল। তেওঁৰ অৱস্থা কেনেকুৱা, আয়েই বা কি পৰিমাণৰ সেইবোৰ কোনেও নেজানিছিল। এই বিষয়ে তেওঁক প্ৰশ্ন সুধিবলৈও কোনেও সাহ নকৰিছিল।

বহুতো কিতাপ তেওঁ গোটাইছিল; বেছি ভাগ কিতাপেই আছিল উপন্যাস আৰু সামৰিক বিষয়ৰ কিতাপ। কিতাপবোৰ বিনাদ্বিধাই তেওঁ আমাক পঢ়িবলৈ দিছিল। কিন্তু কোনো কাহানিও সেইবোৰ ওভতাই নুখুজিছিল। লোকৰপৰা পঢ়িবলৈ অনা কিতাপ ওভতাই দিয়া অভ্যাস তেওঁবো নাছিল। পিষ্টলেৰে গুলী চলোৱাটোৱেই আছিল তেওঁৰ প্ৰধান আমোদ। তেওঁ থকা কোঠালিৰ চাৰিবেৰ গুলীৰ আঘাতত চিত্ৰবিচিত্ৰ হৈ পৰিছিল। বেৰবোৰ দেখিবলৈ ঠিক মৌ-চাকৰ লেখীয়া হৈছিল। তেওঁ থাকিবলৈ লোৱা সাধাৰণ উকা ঘৰটোত বিধে বিধে পিষ্টলবোৰেই আছিল একমাত্ৰ বিলাসৰ সামগ্ৰী। পিষ্টলেই আছিল তেওঁৰ প্ৰিয় অস্ত্ৰ। পিষ্টল চলোৱাত তেওঁৰ দক্ষতা আছিল অবিশ্বাস্য। কাৰোবাৰ মূৰৰ ফৰেজটুপীৰ ওপৰত নাচপতি এটা থৈ তেওঁ যদি সেইটোৰ পিনে পিষ্টল টোৱালেহেঁতেন, আমাৰ ৰেজিমেণ্টৰ যি কোনো সৈনিকেই তেওঁৰ দক্ষতাৰ পৰীক্ষাত পিষ্টলৰ আগত মূৰ পাতি দিবলৈ সঙ্কোচ নকৰিলেহেঁতেন।

কথাৰ লাচতে আমাৰ মাজত প্ৰায়েই দ্বন্দ্বযুদ্ধৰ কথা ওলাইছিল। চিলভিয়োই—এৰা, মানুহজনৰ নাম 'চিলভিয়ো আছিল—কেতিয়াও সেইবোৰ কথাত যোগ নিদিছিল। কেতিয়াবা দ্বন্দ্বযুদ্ধ কৰিছিল-নেকি বুলি সুধিলে তেওঁ কোনো বৰ্ণনালৈ নগৈ চুটিকৈ যুদ্ধ কৰা বুলি উত্তৰ দি থৈছিল। এই বিষয়ে কোনো উৎসাহ প্ৰকাশ নকৰিছিল। স্পষ্ট বুজা গৈছিল, এনেবোৰ প্ৰশ্ন তেওঁ ভাল নেপাইছিল। হয়তো কোনোবা দুৰ্ভগীয়া তেওঁৰ এই ভয়ানক দক্ষতাৰ বলি হৈছিল আৰু তাৰেই স্মৃতিয়ে অনবৰত তেওঁৰ বিবেকক পীড়িত কৰিছিল। এনেদৰেই আমি ভাবি লৈছিলোঁ। কাপুৰুষালি বা তেনে কোনো হীনতা তেওঁৰ থাকিব পাৰে বুলি সন্দেহ কৰাৰ কথা আমাৰ কাৰো মনত কেতিয়াও খেলোৱা নাছিল। কিছুমান মানুহ আছে, যিসকলৰ চেহেৰা দেখিয়েই তেনে সন্দেহ মনৰ পৰা আঁতৰি যায়। কিন্তু এটা অপ্ৰত্যাশিত ঘটনা ঘটিল আৰু সেইটোৱে আমাক সকলোকে হতভম্ব কৰিলে।



এদিনাখন আমাৰ প্ৰায় দহজনমান বিষয়া চিলভিয়োৰ ঘৰলৈ নিমন্ত্ৰিত হৈছিল। তেওঁলোকে সদায় খোৱাৰ নিচিনা সেইদিনাও বেছি পৰিমাণে মদ খাই লৈছিল। খোৱাবোৱাৰ পিছত জুৱাখেলাৰ প্ৰস্তাৱ উঠিল। জুৱাখেলাত চিলভিয়োৰ সমূলি আগ্ৰহ নাছিল। বহুতো সময়লৈ তেওঁ আমাৰ অনুৰোধ এৰাই গৈছিল। অৱশেষত বৰকৈ খট্‌বান্ধ কৰাত তেওঁ তাচ আনিবলৈ আদেশ দিলে। মেজৰ ওপৰত আধাশ সোণৰ মুদ্ৰা থৈ তাচ বিলাবলৈ বহিল। আমি তেওঁৰ চাৰিওফালে বহি ললোঁ আৰু খেল আৰম্ভ হ'ল। খেলাৰ সময়ত সম্পূৰ্ণ নীৰৱতা অবলম্বন কৰাটো চিলভিয়োৰ স্বভাৱ আছিল। তেওঁ কেতিয়াও তৰ্ক নকৰিছিল। কৈফিয়ৎ খোজা বা কৈফিয়ৎ দিয়া তেওঁৰ অভ্যাস নাছিল। তেওঁ খেলৰ মহাজন হ'লে কোনো জুৱাৰীয়ে যদি হিচাব ভুল কৰে তেন্তে কোনো তৰ্কাতৰ্কি নকৰাকৈয়ে দিবলগীয়া খিনি দি দিছিল আৰু পাবলগীয়া খিনি টুকি থৈছিল। আমি তেওঁৰ এই অভ্যাসৰ লগত সুপৰিচিত। সেয়ে সদায় খেলাত তেওঁক আমি নিজৰ মতে চলিবলৈ এৰি দিছিলো। কিন্তু সেই দিনা আমাৰ মাজত আমাৰ ৰেজিমেণ্টলৈ নতুনকৈ বদলি হৈ অহা বিষয়া এজন আছিল। খেলা চলি থাকোতেই এই বিষয়া-জনে হিচাবত এক বেছিকৈ ধৰিছিল। চিলভিয়োই চকডাল লৈ হিচাবটো সচৰাচৰ অভ্যাস অনুযায়ী শুধৰাই দিলে। তেওঁ ভুল কৰা বুলি ভাবি বিষয়াজনে সোধাপোচা আৰম্ভ কৰিলে। চিলভিয়ো মনে মনে থাকিল। নীৰৱে তাচ বিলাই গ'ল। ডেকা লেফটেনেণ্ট ধৈৰ্য্যচ্যুত হ'ল। ব্ৰাচডাল তুলি লৈ ভুল বুলি ভবা অংশটো তেওঁ ম'চি পেলালে। চিলভিয়োই পুনৰ চকডাল লৈ হিচাবটো শুধৰাই লিখিলে। মদ, খেলাৰ ৰাগী, আৰু সহকৰ্ম্মী সকলৰ হাঁহিৰ খলকনিয়ে বিষয়াজনক উত্তেজিত কৰি তুলিছিল। তেওঁ অতিশয় অপমানিত বোধ কৰিলে। খঙৰ ভমকত মেজৰ পৰা মমবাতি থোৱা পিতলৰ ঠগা এটি তুলি লৈ চিলভিয়োৰ গালৈ মাৰি পঠিয়ালে। চিলভিয়োই কোনোমতেহে সেইটো এৰাই গ'ল।

আসন্ন বিপদৰ সম্ভাৱনাই আমাক জঠৰ কৰি পেলালে। চিলভিয়ো থিয় হ'ল। গোটেই মানুহজন খঙত বিবৰ্ণ। তেওঁৰ চকুৰে যেন জুইহে ওলাইছিল। তেওঁ ক'লে ঃ

"প্ৰিয় মহাশয়, ইয়াৰপৰা যাবলৈ সুমতি হব নে? আপোনাৰ ভাগ্য ভাল, এই ঘটনা মোৰ ঘৰত ঘটিল।"

এই ঘটনাৰ ফলাফল কেনে হবগৈ সেই সম্বন্ধে আমাৰ কাৰো মনত অকণো সন্দেহ নাছিল। নতুন সহকৰ্ম্মী জনৰ মৃত্যু সুনিশ্চিত বুলি আমি ধৰি লৈছিলোঁ। চিলভিয়োই যেনেদৰে ভাল পায় তেনেকৈয়ে তেওঁৰ দোষৰ দায়িত্ব লবলৈ সাজু আছে বুলি কৈ লেফটেনেণ্ট গুচি গ'ল। খেলা আৰু কিছু সময় চলিল। কিন্তু আমাৰ অনুভব হ'ল খেলাৰ প্ৰতি মনোযোগ তেওঁ মুঠেই দিব পৰা নাছিল। উত্তেজনাৰ পিছত অবসাদে তেওঁক হেচি ধৰিছিল। এজনৰ পিছত এজনকৈ আমি বিদায় ললোঁ আৰু আমাৰ সৈন্য বাহিনীত অতি সোনকালেই বিষয়াৰ পদ এটি খালি হোৱাৰ সম্ভাৱনা সম্বন্ধে দুই চাৰি আষাৰ কোৱা-মেলা কৰি নিজ নিজ কোঠালিত সোমাই পৰিলোঁ।

পিছদিনাখন ঘোৰা চলোৱা স্কুলত বেচেৰা লেফটেনেণ্ট তেতিয়াও জীয়াই আছেনে নাই, আমি সোধা-সুধি কৰি আছিলোঁ। এনেতে স্বয়ং তেওঁ সশৰীৰে আমাৰ মাজত ওলাইছিল। আমি সকলোৱে একেটি প্ৰশ্নকে সুধিছিলোঁ। উত্তৰত, তেতিয়ালৈ চিলভিয়োৰ পৰা একো খবৰ পোৱা নাছিল বুলি তেওঁ কৈছিল। এইটোত আমি বৰ আচৰিত হ'লোঁ। আমি চিলভিয়োৰ ঘৰলৈ বুলি খোজ ললোঁ। সৰু কাঠ এটুকুৰাত এটি ফুটা কৰি লৈ তেওঁ নঙলাত সেই ডোখৰ আঁৰি লৈছিল আৰু বুলেটৰ পিছত বুলেট সেই ফুটাটোলৈ গুলিয়াই আছিল। তেওঁ আমাক আগে পিছে কৰাৰ দৰেই আদৰ সাদৰ কৰিলে কিন্তু আগনিশাৰ ঘটনা সম্বন্ধে একো উল্লেখ নকৰিলে। তিনিদিন পাৰ হৈ গ'ল, তথাপি আমাৰ ডেকা লেফটেনেণ্ট তেতিয়াও বাঁচি থাকিল। আমি কৌতূহলী



হৈ ইজনে সিজনক সোধাসুধি কৰিলোঁ ঃ "চিলভিয়োই যুঁজ নকৰাটো সম্ভৱ নে?" চিলভিয়োই যুঁজ কৰা নাছিল। অতি সামান্য কৈফিয়তত তেওঁ সন্তুষ্ট হৈছিল আৰু তেওঁৰ অপমানকাৰীৰ লগত শান্তি স্থাপন কৰিছিল।

এই কাৰ্য্যই আমাৰ সকলোবোৰ ডেকাৰ চকুত তেওঁক হেয় কৰিলে। সাহসৰ অভাৱ ডেকা বিলাকৰ মানত প্ৰায় অক্ষমনীয়। তেওঁলোকে সদায় সাহসিকতাকেই সকলোবোৰ মানবীয় গুণৰ শিৰোমণি বুলি গণ্য কৰে। তেওঁলোকৰ সকলো সম্ভাব্য দোষৰো অজুহাত সাহসিকতা। কিন্তু ক্ৰমে ক্ৰমে সকলোৱে সেইবোৰ পাহৰি পেলালে আৰু চিলভিয়োই তেওঁৰ পুৰণি প্ৰতিপত্তি পুনৰ লাভ কৰিলে।

অকল মইহে তেওঁক আগৰ চকুৰে চাব পৰা নাছিলোঁ। প্ৰকৃতিয়ে মোৰ মনত কল্পনা শক্তিৰ সাঁচ বেছিকৈয়ে বহুৱাইছিল। সেয়ে এনে এজন মানুহ, যাৰ গোটেই জীৱনটোৱে আছিল আমাৰ কাৰণে এটি অবোধ্য সাঁথৰ, মোৰ গভীৰ আকৰ্ষণৰ কাৰণ হৈ উঠিছিল। মই আন সকলোবোৰতকৈ বেছিকৈ এই মানুহজনৰ প্ৰতি আসক্ত হৈছিলোঁ। তেওঁক কোনো ৰহস্যময় গল্পৰ নায়ক যেন লাগিছিল মোৰ। তেওঁও মোক ভাল পাইছিল, অন্ততঃ কেৱল মোৰ লগত অকলে কথা পাতিলেহে তেওঁৰ স্বভাৱসিদ্ধ কুটিল ব্যঙ্গৰ সুৰটি ত্যাগ কৰিছিল আৰু সহজ সৰলভাৱে অস্বাভাৱিক অন্তৰঙ্গতাৰে মোৰ লগত বিভিন্ন বিষয়ে কথা বতৰা হৈছিল। কিন্তু এই দুৰ্ভগীয়া সন্ধিয়াটোৰ পিছৰ পৰা তেওঁৰ বিষয়ে মাত্ৰ এটা ধাৰণাই মোৰ মনত বাহ লৈছিল। এই ঘটনাত তেওঁৰ সন্মান কলঙ্কিত হ'ল আৰু নিজৰ দোষৰ কাৰণেই এনে এটি চেঁকা তেওঁৰ চৰিত্ৰত লাগিল। এয়ে আছিল মোৰ ধাৰণা। তেওঁৰ লগত আগৰ নিচিনা ব্যৱহাৰ কৰিব নোৱাৰা হৈছিলোঁ। তেওঁৰ পিনে চাবলৈয়ে মোৰ লাজ লগা হ'ল। চিলভিয়ো অতিশয় বুদ্ধিমান। তেওঁৰ মনটোও আছিল অভিজ্ঞতা পুষ্ট। মোৰ তেওঁৰ

প্ৰতি ব্যৱহাৰৰ এই পৰিবৰ্ত্তন তেওঁ লক্ষ্য নকৰাকৈ থকা নাছিল। তেওঁৰ বুদ্ধিয়ে ইয়াৰ কাৰণো অনুমান কৰি লৈছিল আৰু এই-টোৰে তেওঁক বৰকৈ বিৰক্ত কৰা যেন লাগিছিল। অন্ততঃ এবাৰ নে দুবাৰ এই সম্বন্ধে মোক বুজাই কোৱাৰ ইচ্ছাও মই লক্ষ্য কৰিছিলোঁ। মই কিন্তু তেওঁক সেই সুযোগ দিয়া নাছিলোঁ। চিলভিয়োই শেষত তেওঁৰ চেষ্টা বাদ দিছিল। তেতিয়াৰে পৰা মই মোৰ সহকৰ্ম্মী সকলৰ লগতহে চিলভিয়োৰ কাষ চাপিছিলোঁ আৰু দুয়োটাৰ নিভৃত, বিশ্বস্ত কথা-বতৰাবো অন্ত পৰিছিল।

যিসকলে ৰাজধানীৰ উলহ-মালহৰ মাজত বাস কৰে তেওঁলোকে সৰু চহৰ বা গাওঁবাসীৰ সুপৰিচিত নানা তৰহৰ সৰুসুৰা অভি-জ্ঞতাৰ বিষয়ে একো ধাৰণা কৰিব নোৱাৰে। উদাহৰণ স্বৰূপে চিঠিপত্ৰ অহা দিনটোৰ কথাকে ধৰিব পাৰি। মঙলবাৰ আৰু শুকুৰবাৰে সদায় আমাৰ সৈন্য বাহিনীৰ কাৰ্য্যালয়ত বিষয়াসকল ভৰি পৰেহি। কিছুমানে টকা-পইচা, কিছুমানে চিঠিপত্ৰ আৰু কিছুমানে বাতৰি কাকত আহিব বুলি বাট চাই থাকে। ডাকৰ টোপোলাবিলাক সেই ঠাইতেই সাধাৰণতে খোলা হয়, খা-খবৰ ইজনৰ পৰা সিজনলৈ বিয়পি যায় আৰু গোটেই অফিচঘৰটোতে উখল-মাখল লাগি পৰে। চিলভিয়োৰ চিঠিবোৰ সৈন্য বিভাগৰ ঠিকনাতে আহে। সেইবোৰ তেওঁ নিজে আহি লৈ যায়।

এদিন তেওঁ এখন চিঠি পালে। চিঠিখনৰ খামটো অধীৰ আগ্ৰহেৰে তেওঁ ফালিলে। চিঠিখন পঢ়ি যোৱাৰ লগে লগে তেওঁৰ চকু দুটি তিৰবিৰাই উঠিল। নিজৰ নিজৰ চিঠি পত্ৰ লৈ ব্যস্ত হৈ থকা বিষয়াসকলে এইবোৰ একোকে লক্ষ্য কৰা নাছিল।

চিলভিয়োই কৈ উঠিল, "ডাঙৰীয়াসকল, মই খৰখেদাকৈ ইয়াৰপৰা যাব লগাত পৰিছোঁ। আজি নিশালৈ মই যামেই। আশাকৰোঁ শেষ বাৰলৈ মোৰ লগত একেলগে খাবলৈ আপোনালোক অসম্মত নহব। আপোনালোকলৈ মই আগ্ৰহেৰে বাট চাই থাকিম।" মোৰ ফালে ঘূৰি চাই বিশেষ অনুৰোধৰ



সুৰত ক'লে, "আপোনাকো মোৰ তাত আশা কৰিছোঁ। আহিব নিশ্চয়।"

কথা কেইআষাৰ কৈয়েই তেওঁ লৰালৰিকৈ তাৰ পৰা গুচি গ'ল। আমি আটায়ে চিলভিয়োৰ ঘৰত লগালগি হ'বলৈ ঠিক কৰি নিজ নিজ থকা ঠাইলৈ খোজ ললোঁ।

নিৰ্দ্দিষ্ট সময়ত চিলভিয়োৰ ঘৰ ওলালোঁগৈ। প্ৰায় গোটেই ৰেজিমেণ্টটোৰেই তাত উপস্থিত। তেওঁৰ সকলো বস্তুবেহানি আমি অহাৰ আগতেই বন্ধা-মেলা হৈ গৈছিল। গুলী লাগি থকাসৰকা হোৱা দেৱাল চাৰিখনৰ বাহিৰে একো নাছিল কোঠাটোত। চিলভিয়োক বে'ছ ফুৰ্ত্তিত থকা যেন লাগিছিল। অতি সোনকালেই তেওঁৰ উল্লাসিত মনৰ প্ৰভাৱ আমাৰ মনবোৰলৈ বিয়পি গৈছিল। প্ৰতিমুহূৰ্ত্ততে শেম্পেইৰ বটলৰ কৰ্কবোৰ ফট্‌ফটকৈ ছিটিকি পৰিবলৈ ধৰিলে। মদৰ গিলাচ অনবৰত ভৰিয়েই থাকিল। অতি আন্তৰিক ভাবে আমি বিদায়ী বন্ধুৰ সুখ সমৃদ্ধি কামনা কৰিলোঁ। তেওঁৰ যাত্ৰা আনন্দময় হওক বুলি শুভেচ্ছা জনালোঁ। আমি যেতিয়া যাবলৈ ওলালোঁ, নিশা ভালেখিনি হৈছিল। সকলোকে বিদায় দিয়াৰ পিছত চিলভিয়োই মই যাবলৈ ওলোৱা সময়তেই মোৰ হাত দুখনত ধৰি ৰাখিলে।

"আপোনাৰ লগত মোৰ অলপ কথা আছিল"—অতি নিমজ মাতেৰে তেওঁ ক'লে।

মই ৰৈ গ'লোঁ।

অতিথিবোৰ গুচি গৈছিল। মাথোন আমি দুয়ো অকলে থাকিলোঁ। মুখামুখিকৈ বহি আমি পাইপ জ্বলাই ললোঁ। কাৰো মুখত কথা নাছিল। চিলভিয়োক কিবা চিন্তাই জুৰুলা কৰা যেন লাগিছিল। অলপ আগৰ উচ্ছল আনন্দৰ অকণো চিন তেওঁৰ চেহেৰাত নাছিল। মুখখনৰ ভীষণ মলিনতাই, উজ্জ্বল চকুযুৰিয়ে আৰু মুখৰ পৰা ওলোৱা ঘন ধোঁৱাবোৰে তেওঁক সঁচাকৈয়ে এটি পৈশাচিক ৰূপ দিছিল। কেবামিনিটো নীৰৱে পাৰ হৈ গ'ল, তাৰ পিছত চিলভিয়োই নীৰৱতা ভাঙিলে।

"সম্ভৱতঃ আমাৰ আৰু দেখাদেখি নহব," তেওঁ ক'লে। "আমি আঁতৰি যোৱাৰ আগেয়ে মই আপোনাৰ ওচৰত কিছুমান কথা ভঙা-পতা কৰাটো উচিত বুলি ভাবোঁ। আপুনি হয়তো লক্ষ্য কৰিব পায়, মই লোকৰ মতামতলৈ অকণো কাণ নিদিওঁ। কিন্তু মই আপোনাক ভাল পাওঁ আৰু সেয়ে মোৰ অনুভব হৈছে আপোনাৰ মনত মোৰ সম্বন্ধে এটি ভুল ধাৰণা এৰি যোৱাটো মোৰ কাৰণে বৰ কষ্টদায়ক হব।"

তেওঁ কথা বন্ধ কৰিলে আৰু পাইপডাল পুনৰ ভৰাই ললে। মই মজিয়াৰ পিনে একেথৰে চাই বহি থাকিলোঁ।

চিলভিয়োই পুনৰ কবলৈ ধৰিলে, "সেই মদপী, মুৰ্খ লেফটে-নেণ্টজনৰ ওচৰত দ্বন্দ্বযুদ্ধেৰে মোৰ সম্মানৰ পুনৰুদ্ধাৰ দাবী নকৰা দেখি আপুনি আচৰিত হৈছিল নহয় নে? নিশ্চয় স্বীকাৰ কৰিব, দ্বন্দ্বযুদ্ধত প্ৰথমতে অস্ত্ৰ ব্যৱহাৰ কৰা নকৰাৰ অধিকাৰ মোৰ আছিল। সেয়ে তেওঁৰ জীৱনটি মোৰ হাতৰ মুঠিত আছিল। আনহাতে মোৰ নিজৰ জীৱনৰ কাৰণে তেনে কোনো সংশয় নাছিল। এনেস্থলত অকল উদাৰতাই মোৰ সহনশীলতাৰ কাৰণ বুলি মই অনায়াসে কব পাৰোঁ। কিন্তু মিছা মই নকওঁ। যদি মোৰ জীৱনটো অকণো বিপদাপন্ন নকৰাকৈয়ে তেওঁক সমুচিত শাস্তি দিব পাৰিলোহেঁতেন, মই তেওঁক কেতিয়াও ক্ষমা নকৰিলোহেঁতেন।"

অতি আচৰিত হৈ চিলভিয়োলৈ চাই পঠিয়ালোঁ। এই স্বীকাৰোক্তিয়ে মোক সম্পূৰ্ণ হতভম্ব কৰিলে। চিলভিয়োই কৈ গ'লঃ

"হয় ঠিকেই, মৃত্যুৰ মুখলৈ জীৱনটো ঠেলি দিয়াৰ অধিকাৰ মোৰ নাই। ছ বছৰ আগতে এজনে মোক চৰিয়াইছিল আৰু মোৰ সেই শত্ৰু এতিয়াও জীৱিত।"

মোৰ কৌতূহল উদগ্ৰ হৈ উঠিল।

"আপুনি তেওঁৰ লগত যুঁজ কৰা নাছিল নে," মই সুধিলোঁ। "অৱস্থাই বোধহয় দুয়োকে লগালগি হবৰ সুযোগ দিয়া নাছিল?"



"যুঁজ মই কৰিছিলোঁ। সেই যুঁজৰ স্মৃতি চিন আপোনাক দেখুৱাইছোঁ ৰ'ব।"

চিলভিয়ো উঠিল আৰু পিচবোৰ্ডৰ বাকচ এটাৰ পৰা সোণালী ৰেশমৰ থোপা আৰু ফিটা মৰা ৰঙা টুপী এটা উলিয়াই আনিলে। তেওঁ সেইটো পিন্ধি ললে—কপালৰ প্ৰায় এক ইঞ্চি ওপৰেদি টুপীটোৰ মাজেৰে এটা বুলেট সৰকি যোৱাৰ চিন আছিল।

চিলভিয়োই কৈ গ'ল, "আপুনি জানিব পায়, মই অশ্বাৰোহী সৈন্যৰ ৰেজিমেণ্ট এটাত আছিলোঁ। মোৰ চৰিত্ৰৰ লগত আপুনি সুপৰিচিতঃ নেতৃত্ব লোৱাত মই অভ্যস্ত। ডেকা বয়সৰ পৰাই নেতৃত্বত মোৰ প্ৰবল আগ্ৰহ। আমাৰ দিনত লাম্পট্যই আছিল প্ৰচলিত ৰীতি আৰু সেয়ে মই হৈ পৰিছিলোঁ সৈন্য বিভাগৰ আটাইতকৈ বন্য মানুহজন। কোনে কিমান মদ খাব পাৰে সেই লৈ আমি গৌৰৱ কৰিছিলোঁ। আমাৰ ৰেজিমেণ্টত প্ৰায়েই দ্বন্দ্ব-যুদ্ধ হৈছিল আৰু সেই সকলোবোৰতে মই আছিলোঁ, হয় প্ৰথম নহয় দ্বিতীয়। মোৰ সহকৰ্ম্মীসকলে মোক সন্মান কৰি চলিছিল। কিন্তু ঘনাই ঘনাই বদলি থকা সৈন্যাধক্ষ্য সকলৰ চকুত মই আছিলোঁ এটি এৰাব নোৱাৰা কুগ্ৰহ। মই নিশ্চিন্ত মনে হৈ-চৈৰ মাজেদি মোৰ যশস্যা উপভোগ কৰি আছিলোঁ। এনেতে সম্ভ্ৰান্ত, অৱস্থাপন্ন পৰিয়াল এটিৰ ডেকা এজন আমাৰ ৰেজিমেণ্টত সোমাল। তেওঁৰ নামটো মই নকওঁ। এনেকুৱা ভাগ্যবান মানুহ আৰু দ্বিতীয় এজন জীৱনত কেতিয়াও লগ পোৱা নাই। যৌৱন, বুদ্ধি, সৌন্দৰ্য্য, অসীম আনন্দ, উদ্দাম বীৰত্ব, নামজ্বলা পৰিয়াল, অলেখ সম্পত্তি একোৰে তেওঁৰ অভাৱ নাছিল। এই সকলোবোৰ আপুনি কল্পনা কৰক, তেতিয়া হয়তো আমাৰ ওপৰত তেওঁৰ কেনে প্ৰতিপত্তি হৈছিল সেই সম্বন্ধে আপোনাৰ এটা ধাৰণা হব। মোৰ পূৰ্ব্বৰ প্ৰাধান্যৰ ভেঁটি কঁপি উঠিল। মোৰ খ্যাতি দেখি তেওঁ মোৰ প্ৰতি আকৃষ্ট হৈ পৰিছিল। সততে মোৰ বন্ধুত্ব কামনা কৰিছিল। মই কিন্তু কোনো উৎসাহ নেদেখুৱাইছিলোঁ

অকণো খেদ নকৰাকৈয়ে তেওঁ মোৰ পৰা আঁতৰি থাকিল। মই লাহে লাহে তেওঁক ঘৃণা কৰিবলৈ আৰম্ভ কৰিলোঁ। ৰেজিমেণ্টত আৰু ছোৱালীৰ সমাজত তেওঁৰ প্ৰতিপত্তিয়ে মোক হতাশাৰ মুখলৈ ঠেলি পঠিয়ালে। তেওঁৰ লগত কাজিয়া এখন লগাবলৈ মই ছেলু বিচাৰিবলৈ ধৰিলোঁ। মোৰ ব্যঙ্গ কবিতাৰ উত্তৰ তেৰোঁ ব্যঙ্গ কবিতাৰে দিলে। তেওঁৰ কবিতাবোৰ মোৰ বেছি স্বতস্ফূৰ্ত্ত আৰু তীক্ষ্ণ যেন লাগিল। সেইবোৰ কিন্তু সচাকৈয়ে বেছি আমোদজনক আছিল কাৰণে তেওঁ ব্যঙ্গ কৰিছিল ধেমালি কৰিবলৈ আৰু মই কৰিছিলোঁ ঈৰ্ষাত ইছাটি বিছাটি কৰি। অৱশেষত পোলেণ্ড দেশীয় জমিদাৰ এজনে আমন্ত্ৰণ কৰা বলনাচ এটিত দুয়োটাৰে ভেটাভেটি হ'ল। মই দেখিলোঁ তাত থকা আটাইবোৰ মহিলা তেওঁক লৈয়ে ব্যস্ত। বিশেষকৈ ঘৰৰ গিৰিহঁতনীৰ তেওঁৰ প্ৰতি আতৌ-পিতৌৰ অন্ত নাই। মাহুহজনীৰ লগত তেতিয়া মোৰ গুপুত প্ৰণয়ৰ সম্পৰ্ক। মই বৰ নোৱাৰি তেওঁৰ কাণত ফুচফুচাই জঘণ্য অপমানসূচক মন্তব্য দুটামান জাৰিলোঁ। তেওঁ খঙত জ্বলি উঠিল আৰু মোৰ গালত চৰ মাৰি দিলে। আমি তৰোৱালৰ মুঠিত হাত দিলোঁ; মহিলাবোৰ মুছকচ গ'ল। আমাক কোনোবাই আঁতৰাই দিলে আৰু সেই ৰাতিয়েই আমি যুঁজ কৰিবলৈ ওলালোঁ।

পুৱে পোহৰি পোহৰি হৈছিল। তিনিজন সমৰ্থকেৰে সৈতে নিৰ্দ্দিষ্ট ঠাইত থিয় হলোঁগৈ। অবৰ্ণনীয় অধৈৰ্য্যেৰে মই মোৰ প্ৰতিদ্বন্দ্বীক অপেক্ষা কৰি থাকিলোঁ। বসন্তকালৰ সূৰ্য্য উদয় হ'ল। ঠাই টুকুৰা বে'ছ গৰম হৈ উঠিল। দূৰত তেওঁক আহি থকা দেখা পালোঁ। তেওঁ খোজ কাঢ়ি আহিছিল। গাত সৈনিকৰ সাজপাৰ। কঁকালত তৰোৱালখন ওলোমাই থোৱা আছিল। লগত আছিল মাত্ৰ এজন সমৰ্থক। তেওঁক লগ ধৰিবলৈ আমি আগবাঢ়ি গলোঁ। তেৰোঁ আগবাঢ়িল। হাতত লৈ থকা তেওঁৰ টুপীটো ক'লা চেৰীফুলেৰে ভৰ্ত্তি। সমৰ্থক সকলে বাৰ খোজ জুখি দিলে। প্ৰথমতে গুলীওৱাৰ পাল মোৰেই আছিল। কিন্তু মোৰ



উত্তেজনা ইমান প্ৰবল আছিল যে মোৰ হাতৰ স্থিৰতাৰ ওপৰত নিৰ্ভৰ কৰিব পৰা নাছিলোঁ। সেয়ে শান্ত হবৰ কাৰণে সময় লবলৈ তেওঁকেই প্ৰথম গুলীৰ অধিকাৰ এৰি দিলোঁ। মোৰ প্ৰতিদ্বন্দ্বীয়ে এই কথাত মান্তি নহল। কাৰ ভাগ্যতনো প্ৰথমতে গুলী মৰাৰ পাল পৰে সেইটো নিৰ্ণয় কৰি চোৱাটোকে থিৰ কৰিলোঁ। তেওঁৰ প্ৰতি ভাগ্য সদায় সুপ্ৰসন্ন, প্ৰথমতে গুলীওৱাৰ পাল তেওঁৰেই পৰিল। তেওঁ পিষ্টল টোৱালে। তেওঁৰ গুলীয়ে মোৰ টুপীত ফুটা কৰি ওলাই গ'ল। এইবাৰ মোৰ পাল। অৱশেষত তেওঁৰ জীৱন মোৰ হাতৰ মুঠিলৈ আহিল। ব্যাকুলতা, অস্বস্তিৰ কণমানো ছাঁ তেওঁৰ মুখত ধৰিব পাৰোঁ নেকি বুলি মই বৰ আগ্ৰহেৰে তেওঁৰ মুখমণ্ডল নিৰীক্ষণ কৰিলোঁ। কিন্তু তেওঁ মোৰ পিষ্টলৰ সন্মুখত অটল হৈ থাকিল। টুপীটোৰ পৰা পকা পকা চেৰীফল বাচি লৈ নিৰুদ্বেগ মনে তেওঁ সেইবোৰ খাই আছিল। তেওঁ চেৰীৰ গুটি বিলাক থুতকুৰিয়াই প্ৰায় মোৰ ভৰিৰ ওচৰ পোৱাইছিলগৈ। তেওঁৰ নিৰুদ্বেগ উদাসীনতাই যেন জ্বলা জুইত ঘিউহে ঢালিলে। মই ভাবিলোঁ, জীৱনক যেতিয়া এওঁ ইমান কম মূল্যই দিয়ে, এওঁৰ প্ৰাণনাশ কৰাৰ সাৰ্থকতাই ক'ত? এটা কুটিল চিন্তা মোৰ মনত খেলালে, পিষ্টলটো নমাই ললোঁ।

তেওঁক কলো, 'ঠিক এতিয়াই মৃত্যুৰ কাৰণে আপুনি সাজু নহয় যেন লাগে। আপুনি ৰাতিপুৱাৰ আহাৰ খাব পাৰে, আপোনাৰ ইচ্ছাত মই কোনো বাধা নিদিওঁ।

"আপুনি লেশমাত্ৰ বাধাৰ সৃষ্টি কৰা নাই," তেওঁ উত্তৰ দিলে। "দয়া কৰি গুলী কৰক নাইবা আপুনি যেনে ভাল দেখে কৰক। আপুনি মোক গুলীয়াব পায়—মই সদায় আপোনাৰ পিষ্টলৰ সন্মুখত থিয় হবলৈ সাজু থাকিম।"

মই সমৰ্থক সকলৰ পিনে ঘূৰি চাই তেওঁলোকক সেইদিনা গুলী কৰিবৰ ইচ্ছা মোৰ নাই বুলি জনালোঁ। সেই যুঁজৰ তাতেই সামৰণি পৰিল।

মই সৈন্যবিভাগৰ পদবী ত্যাগ কৰিলোঁ আৰু এই সৰু ঠাই খনলৈ গুছি আহিলোঁ। তেতিয়াৰে পৰা এনে এটি দিন যোৱা নাই যিদিনা মই প্ৰতিশোধ লোৱাৰ কথা ভবা নাই। এতিয়া মোৰ বহু প্ৰত্যাশিত মাহেন্দ্ৰক্ষণ উপস্থিত হৈছে।"

চিলভিয়োই বাতিপুৱা পোৱা চিঠিখন জেপৰ পৰা উলিয়ালে আৰু পঢ়িবলৈ মোলৈ সেইখন আগবঢ়াই দিলে। কোনোবা এজনে মস্কোৰ পৰা লিখিছিল সেইখন। তাত লিখা আছিল, বিশেষ কোনোবা এজন মানুহে এজনী ধুনীয়া গাভৰু ছোৱালীক বিয়া কৰাব ওলাইছে।

চিলভিয়োই ক'লে, "বিশেষ মানুহজননো কোন, আপুনি নিশ্চয় আন্দাজ কৰিব পাৰিছে, মই মস্কোলৈ যাওঁ। দেখা যাওঁক, তাহানি চেৰীফল খাই খাই যি উদাসীনতাৰে তেওঁ মৃত্যুৰ মুখলৈ চাব পাৰিছিল, এতিয়া বিয়াৰ আগমুহূৰ্ত্তত মৃত্যুক তেনে উদাসীনতাৰে তেওঁ চায় নেচায়।"

এইখিনি কৈয়ে চিলভিয়ো উঠিল। টুপীটো মজিয়াত দলিয়াই পেলালে, পিঁজৰাত বন্দী হৈ থকা বাঘ এটিৰ নিচিনা গুমৰি গুমৰি কোঠালিটোৰ ইমূৰৰ পৰা সিমূৰলৈ ঘূৰি ফুৰিলে। মই কোনো কথা নোকোৱাকৈ চিলভিয়োৰ কাহিনী শুনি আছিলোঁ। আচৰিত, পৰস্পৰ বিপৰীত নানা চিন্তাই মোৰ মনত থৌকিবাথৌ লগালে।

চাকৰটো সোমাই আহিল আৰু গাড়ীৰ ঘোৰাবোৰ সাজু কৰা হ'ল বুলি খবৰ দিলে। চিলভিয়োই মোৰ হাতখন তেওঁৰ হাতৰ মুঠিলৈ নি ধৰি থাকিল। দুয়ো দুয়োকে সাবটি ধৰিলোঁ। তেওঁ গাড়ীত বহিলগৈ। গাড়ীখনত দুটা চুটকেছ তুলি দিয়া হৈছিল। এটাত আছিল তেওঁৰ পিষ্টলবোৰ আৰু আনটোত আন আন বস্তুবেহানিবোৰ। আকৌ এবাৰ বিদায় সম্ভাষণ জনালোঁ, ইজনে সিজনক। ঘোৰাবোৰ দ্ৰুতগতিত অদৃশ্য হৈ গ'ল।

* * *

কেবাবছৰো পাৰ হৈ গ'ল। ঘৰুৱা অৱস্থাৰ কাৰণে মই এনজিলাৰ এখন সৰু গাৱঁত থিতাপি লব লগাত পৰিছিলোঁ খেতিবাতিৰ



কামতে ব্যস্ত থাকোঁ। তথাপি সদায় আগৰ সক্ৰিয়, মুকলিমূৰীয়া জীৱনটোৰ কথা ভাবি গোপনে হা-হুঁমুনিয়াহ কাঢ়িছিলোঁ। আটাইতকৈ টান কাম আছিল গাৱঁৰ নিমজ নিৰ্জনতাৰ মাজত বসন্তকাল আৰু জাৰকালিৰ সন্ধিয়াবোৰ কটোৱাটো। পামৰ কেৰাণীজনৰ লগত কামৰ কথা-বতৰা কৈ, ঘোঁৰাত উঠি কাম কাজ চাই বা নতুনকৈ সজা ঘৰবাৰী বিলাক পৰিদৰ্শন কৰি আহাৰ খোৱাৰ সময়লৈ যেনে তেনে কোনোমতে কাটি গৈছিল। কিন্তু এন্ধাৰ হৈ অহাৰ লগে লগে নিজকে লৈ কি কৰা যায় মই ভাবি নেপাইছিলোঁ। আলমাৰিত বা ভৰাল ঘৰত যি দুই এখন কিতাপ পাইছিলোঁ, মোৰ মুখস্থ হৈ গৈছিল। মোৰ ঘৰত কাম কাজ কৰা কিৰিলোভ্‌না নামৰ মানুহজনীৰ যিমানবোৰ গল্প মনত আছিল সকলোবোৰ মই বহুতোবাৰ শুনিছিলোঁ। খেতিয়কৰ তিৰোতাবোৰৰ গান শুনিলেও মনটো মৰি গৈছিল। মই মদ খাবলৈ লৈছিলোঁ। পিছে লাভ একো নহল মদে মূৰ কামোৰণিহে বেছি কৰিলে। তদুপৰি স্বীকাৰ কৰোঁ, মোৰ ভয় হৈছিল জানোচা মনৰ বেজাৰতে মদ খাবলৈ লৈ শেহত গৈ দুৰ্ঘোৰ মদপী হৈ পৰোঁ। এনেকুৱাবোৰ মদপীৰ অৱস্থা আটাইতকৈ শোক লগা। আমাৰ জিলাত এই শ্ৰেণীৰ মদপীৰ বহুতো উদাহৰণ মই দেখিছিলোঁ। দুজন বা তিনিজন মদপীৰ বাহিৰে মোৰ কোনো ওচৰ চুবুৰীয়া নাছিল। তেওঁলোকৰ কথা-বতৰাৰ বেছিভাগ সময়েই হামিয়াই-হিকতিয়াই হা-হুমুনিয়াহ কাঢ়োতেই গৈছিল। তেওঁলোকৰ সঙ্গ লোৱাতকৈ নিৰ্জনতাই শ্ৰেয় আছিল।

মোৰ ঘৰৰপৰা প্ৰায় চাৰি ফাৰ্লংমান আঁতৰত কোনোবা কাউণ্টেচ এগৰাকীৰ বেছ অৱস্থাপন্ন জমিদাৰী এখন আছিল। কিন্তু মেনেজাৰজনৰ বাহিৰে তাত কোনো নাথাকিছিল। কাউণ্টেচে মাত্ৰ এবাৰহে তেওঁৰ জমিদাৰীলৈ আহিছিল। সেয়া আছিল তেওঁৰ বিবাহিত জীৱনৰ প্ৰথম বছৰত। তেতিয়াও হেনো মাত্ৰ এমাহলৈহে তেওঁ তাত আছিল। কিন্তু মোৰ নিঃসঙ্গ জীৱনৰ দ্বিতীয় বছৰ বসন্তকালত এটা খবৰ ওলাল, কাউণ্টেচে হেনো তেওঁৰ গিৰিয়েকেৰে

সৈতে জহৰ দিনকেইটা জমিদাৰীতে কটাব। জুন মাহৰ আৰম্ভণিতেই সঁচাসচিকৈ তেওঁলোক ওলালহি।

গাওঁবাসী মানুহৰ জীৱনত এজন ধনী ওচৰচুবুৰীয়াৰ উপস্থিতি বিশেষ গুৰুত্বপূৰ্ণ ঘটনা। মাটিবাৰী থকা মানুহবোৰে আৰু তেওঁলোকৰ পৰিয়ালবৰ্গই উপস্থিতিৰ দুইমাহ আগৰে পৰা তিনি বছৰ পিছলৈকে কেৱল সেই কথাটোকে কোৱাকুই কৰি থাকে। অৱশ্যে মোৰ সম্পৰ্কে, মই এইটো স্বীকাৰ কৰিবই লাগিব যে এজনী ধুনীয়া গাভৰু ওচৰচুবুৰীয়া হৈ আহিছে, এই খবৰে মোক বৰকৈ উতলা কৰিছিল। কাউণ্টেচক চাবলৈ মই অধৈৰ্য্য হৈ দেই পুৰি মৰিছিলোঁ। তেওঁলোক আহি পোৱাৰ পিচৰটো দেওবাৰে খাই বৈ উঠি কাউণ্টেচ আৰু তেওঁৰ গিৰিয়েকক তেওঁলোকৰ নিচেই ওচৰৰে নগন্য প্ৰজা হিচাবে সন্মান জনাই আহোঁগৈ বুলি ওলালোঁ।

এজন লগুৱাই মোক কাউণ্টৰ লিখা-পঢ়া কোঠালৈ লৈ গ'ল আৰু মই অহাৰ কথা ভিতৰত জনালেগৈ। আহল বহল কোঠাটো সন্তৰপৰ সকলো বিলাসৰ সামগ্ৰীৰে সজ্জিত আছিল। বেৰৰ কাষে কাষে কিতাপৰ আলমাৰি শাৰী পাতি থৈছিল। প্ৰতিটো আলমাৰিৰে ওপৰত আছিল এটিকৈ পিতলৰ খোদিত মূৰ্ত্তি। কোঠালিৰ জুহালখন ধুনীয়া মাৰ্বল পাথৰেৰে আবৰা। তাৰ ওপৰত এখন ডাঙৰ আৰ্চী, মজিয়াত সেউজীয়া কাপোৰৰ ওপৰত ধুনীয়া কাৰ্পেট পৰা আছিল। মোৰ ঘৰত লাহবিলাহৰ লগত মোৰ পৰিচয় নাছিল আৰু বহুদিন ধৰি মই ধন-সম্পত্তিশালী লোকৰ ভিতৰ চ'ৰাত ভুমুকিও মৰা নাছিলোঁ। কাউণ্টৰ আগমনলৈ বাট চাই চাই ভয়তে মোৰ অন্তৰ মৃদুভাবে কঁপি উঠিল যেন অনুভৱ হ'ল। ভিতৰুৱা অঞ্চলৰ কোনো আবেদন লৈ অহা মানুহে ৰাজধানীৰ মুখিয়াল চৰকাৰী বিষয়াক অপেক্ষা কৰাদি মই কাউণ্টক অপেক্ষা কৰি থাকিলোঁ। দুৱাৰ খোলা হ'ল আৰু এজন প্ৰায় বত্ৰিশ বছৰমান বয়সৰ দেখনিয়াৰ মানুহ কোঠাটোলৈ সোমাই আহিল। কাউণ্টে মুকলি মনেৰে বন্ধুত্বপূৰ্ণ ভাবে মোৰ পিনে আগ বাঢ়ি



আহিল। মই বিচলিত নহবলৈ চেষ্টা কৰিলোঁ আৰু গম্ভীৰভাবে নিজৰ পৰিচয় দিবলৈ ধৰিলোঁ। তেওঁ মোৰ অৱস্থাটো বুজি পাইছিল। দুয়োটা বহিলোঁ। তেওঁৰ সহজ সৰল কথা-বতৰাই মোৰ মন মুহিলে। মোৰ লাজ আৰু অস্বাস্ত বোধ কেনিবা গ'ল। মই লাহে লাহে মোৰ স্বাভাৱিক স্বাচ্ছন্দ্যলৈ উভতি যাবলৈ ধৰিলোঁ। এনেতে হঠাত কাউণ্টেচ সোমাই আহিল। মই আগতকৈও বেছি বিব্ৰত হৈ পৰিলোঁ। তেওঁ সচাকৈয়ে ধুনীয়া আছিল। কাউণ্টে চিনাকি দিলে। মই সহজ হবলৈ ইচ্ছা কৰিছিলোঁ। কিন্তু যিমানেই স্বাচ্ছন্দ্যৰ ভাব আনিবলৈ চেষ্টা কৰিলোঁ সিমানেই মোৰ অস্বস্তিবোধ বাঢ়িহে গ'ল। মোক সহজ হবলৈ আৰু নতুন চিনাকিৰ লগত অভ্যস্ত হবলৈ সময় দি তেওঁলোক দুয়োটাই কথাবতৰা পাতিলে। মোক সদায় অহা ভাল ওচৰচুবুৰীয়া যেন জ্ঞান কৰিলে তেওঁলোকে। মই ইতিমধ্যে কোঠালিটো ঘূৰি ঘূৰি কিতাপ আৰু ছবিবোৰ চাবলৈ ধৰিলোঁ। ছবিৰ ভাল বেয়া বিচাৰ কৰাৰ ক্ষমতা মোৰ নাই, কিন্তু কোঠালিটোৰ এখন ছবিয়ে মোক আকৃষ্ট কৰিলে। সেয়া আছিল চুইজাৰলেণ্ডৰ কিবা এটি প্ৰাকৃতিক দৃশ্য। দৰাচলতে ছবিখনৰ দৃশ্যটোৱে মোক সমূলি আকৰ্ষণ কৰা নাছিল। ছবিখনত দুটা বুলেটে দুটা ফুটা কৰি থৈছিল। এটাৰ ঠিক অলপ ওপৰলৈ আন এটা গুলীৰ চিন। সেই কথাটোতহে মই আকৃষ্ট হৈ পৰিছিলোঁ।

"বেছ গুলিয়াইছেতো," কাউণ্টলৈ ঘূৰি চাই মই ক'লো।

"হয়, সেই লক্ষ্যভেদ বৰ মন কৰিব লগীয়া", তেওঁ উত্তৰ দিলে আৰু সুধিলে, "আপুনি গুলী কেনে চলায়?"

"খুব বেয়া নহয়," মই অতি আনন্দমনে উত্তৰ দিলোঁ। অৱশেষত মই ভালকৈ জনা এটি বিষয়ৰ কথা ওলোৱা দেখি মোৰ বৰ ভাল লাগি গ'ল। "ত্ৰিশখোজ আঁতৰৰ পৰা কাৰ্ড এখনত গুলী লগাবলৈ মই কেতিয়াও অকৃতকাৰ্য্য নহওঁ—অৱশ্যে মই সচৰাচৰ ব্যৱহাৰ কৰা পিষ্টলেৰে গুলিওৱাৰ কথাহে কৈছোঁ।"

"সচাকৈয়েনে ?" কাউণ্টেচে সুধিলে। চকুৰে মুখে ফুটি ওলাল আগ্ৰহৰ ভাব। "আৰু তুমি, তুমি পাৰিবানে ত্ৰিশখোজৰ পৰা কাৰ্ড এখনত গুলী লগাবলৈ ?"

"কোনোবা দিনা আমি বাৰু পৰীক্ষা কৰি চাম। মোৰ সময়ত গুলী, মই বেয়াকৈ চলোৱা নাছিল। কিন্তু আজি প্ৰায় চাৰি বছৰ হ'ল, পিষ্টল হাতেৰে ছোৱা নাই," কাউণ্টে ক'লে।

"এ, হয়নেকি তেতিয়া হলে মই নিশ্চিন্তমনে বাজী মাৰিব পাৰোঁ, যে আপুনি বিশ খোজ আঁতৰৰ পৰাও কাৰ্ডখনত গুলী লগাব নোৱাৰিব। পিষ্টল চলোৱাটো দৈনিক অভ্যাস কৰিলেহে লক্ষ্য ঠিক থাকে। মোৰ অভিজ্ঞতাৰ পৰা সেইটো শিকিছোঁ মই। আমাৰ ৰেজিমেণ্টত মোক শ্ৰেষ্ঠ গুলীচালক সকলৰ লেখত ধৰা হৈছিল। মোৰ পিষ্টলটো মেৰামত কৰিব দিয়া কাৰণে এবাৰ প্ৰায় এমাহমান মই পিষ্টল ছোৱা নাছিলোঁ। তাৰ পিছত প্ৰথমতে যেতিয়া আকৌ গুলী চলাবলৈ আৰম্ভ কৰিছিলোঁ তেতিয়া বিশ খোজ আঁতৰৰ এটা বটলত মই একেলেঠাৰিয়ে চাৰিবাৰ গুলী লগাব নোৱাৰিলোঁ। কথাটো আপুনি হয়তো বিশ্বাস কৰিবলৈ টান পাইছে। নহয়নে ? মোৰ ওচৰতে থিয় হৈ আছিল আমাৰ কেপ্তেইন, মানুহজন বেছ আমোদী, ব্যঙ্গ কৰাত ওস্তাদ। তেওঁ মোক হাঁহি হাঁহি কৈছিল : 'বন্ধু, এইটো ফট্‌ফট্‌কৈ ওলাই পৰিল যে বটলটোৰ বিৰুদ্ধে হাত তুলিলে তুমি মৰিলা।' কেতিয়াও নকৰিব, অভ্যাস কৰিবলৈ আওহেলা নকৰিব। আওহেলা কৰিলেই গ'ল। আপোনাৰ সকলো কৌশল হেৰাই যাব। মই আজিলৈ লগ পোৱা সবাতোকৈ নিপুন গুলীচালকজনে সদায় আহাৰ খোৱাৰ আগেয়ে প্ৰত্যেকদিনে অন্ততঃ তিনি বাৰকৈ গুলীমৰা অভ্যাস কৰিছিল। তেওঁৰ এই অভ্যাস আছিল ঠিক দৈনিক একো গিলাছ ব্ৰেণ্ডী খোৱা অভ্যাসৰে নিচিনা।"

মই কথা কব আৰম্ভ কৰা দেখি কাউণ্ট আৰু কাউণ্টেচ দুয়োটাকে আনন্দিত হোৱা যেন লাগিছিল।



"তেওঁনো কিমান নিপুণ আছিল গুলী চলোৱাত ?" কাউণ্টে সুধিলে।

"তেওঁৰ এনেকুৱা অভ্যাস আছিল, ধৰক উৰিফুৰা পৰুৱা এটি দেৱালত পৰিছে—আপুনি হাঁহিছে, কাউণ্টেচ ? কথাটো কিন্তু নিৰ্ভেজাল সঁচা—পৰুৱাটো দেখা মাত্ৰকে তেওঁ চিঞৰি ক'ব "কুজকা, মোৰ পিষ্টলটোদে," কুজকাই গুলীভৰ্ত্তি পিষ্টল এটা আনি দিব আৰু ফট্‌কৈ গুলীৰ শব্দ হোৱাৰ লগে লগে দেখিব পৰুৱাটো দেৱালতে চেপেটা হৈ গৈছে।

"আচৰিত," কাউণ্টে ক'লে। "নামটোনো কি আছিল তেওঁৰ ?"

"চিলভিয়ো"

"চিলভিয়ো ?" কাউণ্টে চিঞৰি উঠিল। নামটো শুনি তেওঁ উচপ খাই উঠিছিল। "আপুনি চিলভিয়োক চিনি পায়নে ?"

"মই তেওঁক নিচিনি পাবোঁ নে ? আমি দুয়ো ঘনিষ্ঠ বন্ধু আছিলোঁ। তেওঁক আমাৰ ৰেজিমেণ্টত সকলোৱে সহকৰ্ম্মীৰ দৰে ব্যৱহাৰ কৰিছিল। কিন্তু আঁজি প্ৰায় পাঁচ বছৰ ধৰি তেওঁৰ কোনো খা-খবৰ মই পোৱা নাই। আপুনিও দেখিছোঁ তেওঁক চিনি পায় ?"

"হয়, মই তেওঁক ভালদৰেই চিনি পাওঁ। তেওঁৰ জীৱনত ঘটা এটি আচৰিত ঘটনাৰ কথা আপোনাক কেতিয়াবা তেওঁ কৈছিল নে ?"

"কোনোবা অসাঠন এজনে তেওঁক যে চৰ মাৰিছিল সেই ঘটনাৰ কথাকে কৈছে নেকি আপুনি ?"

"অসাঠন জনৰ নাম কৈছিল নে আপোনাক ?"

"নাই, মোৰ আগত নামটোৰ উল্লেখ এদিনো কৰা নাছিল। "অ", সত্যটো আন্দাজ কৰিব পাৰি মই ক'বলৈ ধৰিলোঁ, "মোক ক্ষমা......... মই জনা নাছিলোঁ.........আপুনিয়ে নহয় জানো সেই মানুহজন ?

"হয় মন্নেই সেই মানুহজন অকে বুলেট বিদ্ধ সেই ছবিখনেই আমাৰ শেষ দেখা-সাক্ষাতৰ স্মৃতি চিন", কাউণ্টে ক'লে। তেওঁৰ মুখমণ্ডল অসাধাৰণ যন্ত্ৰণাত সঙ্কুচিত হৈ পৰিছিল।

"ভগবানৰ দোহাই, সেইবোৰ কথা আৰু খুচৰিব নালাগে মোৰ কাৰণে সেইবোৰ শুনা অতি যন্ত্ৰনাদায়ক হব।" কাউণ্টেচে ক'লে।

"নহয়, মই সকলো কম। মই কেনেকৈ এওঁৰ বন্ধুক অপমান কৰিছিলোঁ এওঁ জানে, গতিকে চিলভিয়োই কেনেকৈ সেই অপমানৰ পোটক তুলিলে সেইটোও জনাটো ঠিকেই হব।"

কাউণ্টে মোৰ পিনে এখন চকী ঠেলি দিলে আৰু মই কাণ মূৰ থিয় কৰি তেওঁৰ বক্তব্য শুনিবলৈ ধৰিলোঁ ঃ

"পাঁচ বছৰ আগেয়ে মই বিয়া কৰাইছিলোঁ। বিয়াৰ প্ৰথম মাহটো মই এই গাৱঁতেই কটাইছিলোঁ। মোৰ জীৱনৰ আটাইতকৈ সুখী মুহূৰ্ত্তবোৰৰ কাৰণে আৰু এটি অতি বেদনাদায়ক দুখৰ স্মৃতিৰ কাৰণে মই এই ঘৰটোৰ ওচৰত ঋণী।

এদিন সন্ধিয়া আমি দুয়ো একেলগে ঘোৰাত উঠি ফুৰিম বুলি ওলাই গৈছিলোঁ। মোৰ বৈণীৰ ঘোৰাটো হঠাৎ অস্থিৰ হৈ উঠিল। ভয় খাই তেওঁ মোৰ হাতত ঘোৰাটো গতাই নিজে খোজকাঢ়ি ঘৰলৈ উভতিল। মই আগেয়ে ঘোৰাত উঠি আহিলোঁ। ঘৰৰ সন্মুখৰ চোতালত মই এখন ভ্ৰমণকাৰীৰ গাড়ী দেখিলোঁ। মোৰ লিখা-পঢ়া কৰা কোঠাত এজন মানুহে হেনো মোলৈ অপেক্ষা কৰি আছে। মানুহজনে নাম ধাম একো নকয় মাত্ৰ মোৰ লগত কিবা সকাম আছে বুলি কৈছে। মই কোঠাটোত সোমাই দেখিলোঁ, এন্ধাৰত এজন মানুহ থিয় হৈ আছে, ধুলি মাকতিৰে গোটেই গাটো ভৰা, দাড়ি মানুহজনে বহুতো দিন ধৰি খুৰোৰা নাই। জুহালৰ ওচৰতে সৌখিনিতে তেওঁ থিয় হৈ আছিল। তেওঁৰ চেহেৰাটো মনত পেলাবৰ চেষ্টা কৰি মই তেওঁৰ পিনে আগবাঢ়ি আহিলোঁ।



"আপুনি চিনি পোৱা নাই নে, কাউণ্ট?" কঁপা কঁপা মাতেৰে তেওঁ ক'লে।

"চিলভিয়ো!" মই চিঞৰি উঠিলোঁ। মই স্বীকাৰ কৰোঁ হঠাতে মোৰ চুলিবোৰ শিয়ঁৰি উঠা যেন অনুভব হৈছিল।

"ঠিকেই ধৰিছে" তেওঁ ক'লে। "মই এটা গুলী আপোনাক মাৰিব পাওঁ। মোৰ পিস্তলৰ কামফেৰা সমাধা কৰিবৰ কাৰনে মই আহিছোঁ। আপুনি সাজু আছে নে?"

তেওঁৰ জেপত পিস্তলটো ওলায়ে আছিল। মই বাৰ খোজ জুখি ললোঁ আৰু সৌ চুকটোতে থিয় হলোগৈ। মোৰ ঘৈণী আহি পোৱাৰ আগতেই সোনকালে গুলীয়াবলৈ তেওঁক অনুৰোধ কৰিলোঁ। তেওঁ অলপ ইতস্তত কৰিলে আৰু পোহৰ লাগে বুলি ক'লে। মমবাতি অনোৱা হ'ল। মই দুৱাৰবোৰ বন্ধ কৰি দিলোঁ আৰু কৈ দিলোঁ কোনেও যাতে ভিতৰলৈ সোমাই নাহে। সোনকালে গুলী কৰিবলৈ তেওঁক পুনৰ অনুৰোধ কৰিলোঁ। তেওঁ পিস্তলটো উলিয়াই আনিলে আৰু লক্ষ্য স্থিৰ কৰিলে...... মই চেকেণ্ডবোৰ গণি আছিলোঁ...... মই তেওঁৰ কথা ভাবিছিলোঁ...... সঙ্কটময় মিনিট এটা পাৰ হৈ গ'ল। চিলভিয়োই হাতখন তললৈ নমালে।

'মই দুঃখিত যে পিস্তলত চেৰীফলৰ গুটি ভৰোৱা নাই, ভৰোৱা আছে গধূৰ বুলেট। মোৰ অনুভব হৈছে এয়া দ্বন্দ্বযুদ্ধ নহয় এয়া হৈছে হত্যা। নিৰস্ত্ৰ মানুহলৈ বন্দুক টোওৱাত মই অভ্যস্ত নহওঁ। আকৌ আৰম্ভণিৰ পৰাই আৰম্ভ কৰোঁ আহক। কোনে প্ৰথমে গুলীয়াব সেইটোও নিৰ্ণয় কৰি লব লাগিব।'

চিলভিয়োৰ কথাত মোৰ মূৰ ঘূৰি গ'ল...... মই বোধহয় কিবাকিবি অপত্তি দেখুৱাইছিলোঁ...... ।

......অৱশেষত আৰু এটা পিস্তলত গুলী ভৰোৱা হ'ল। দুই টুকুৰা কাগজ ভাজ কৰি চিলভিয়োই তাৰ টুপীৰ ভিতৰত থলে। সেইটো আছিল মই আগেয়ে এবাৰ গুলী মাৰি ফুটাই থোৱা টুপীটো। প্ৰথম সংখ্যাটো আকৌ মন্নেই টানিলোঁ।

৮

"কাউন্ট, আপুনি সাঙ্ঘাটিক ভাগ্যবান", এটা হাঁহি মাৰি তেওঁ ক'লে। সেইটো হাঁহি মই কেতিয়াও পাহৰিব নোৱাৰিম।

"মোৰ কি হৈছিল মই কব নোৱাৰোঁ······ কেনেকৈনো মোক গুলীয়াবলৈ তেওঁ প্ৰৰোচিত কৰিছিল মই নাজানোঁ······কিন্তু মই গুলীয়াইছিলোঁ আৰু গুলী সৌ ছবিখনত লাগিছিল।"

কাউণ্টে আঙুলিৰে বিন্ধা হোৱা ছবিখন দেখুৱাই দিছিল। তেওঁৰ মুখখন জুইৰ নিচিনা জ্বলি উঠিছিল। কাউন্টেচ তেওঁৰ হাতৰ ৰুমালখনতকৈয়ো বগা পৰি গৈছিল। ময়ো মোৰ ভাবোচ্ছ্বাসক হেচি ৰাখিব পৰা নাছিলোঁ।

"মই গুলী চলালোঁ", কাউণ্টে কৈ গ'ল, "ভগবানক ধন্যবাদ মোৰ গুলী লক্ষ্যভ্ৰষ্ট হ'ল। তাৰ পিচত চিলভিয়োৰ পাল······ সেই মুহূৰ্ত্তত তেওঁ সচাকৈয়ে ভয়ানক হৈ উঠিছিল। চিলভিয়োই মোলৈ লক্ষ্য স্থিৰ কৰিবলৈ হাতখন দাঙিলে। হঠাৎ দুৱাৰখন খোল খাই গ'ল—মাছাই দৌৰি কোঠাত সোমাল আৰু এটি চিঞৰ মাৰি মোৰ ডিঙিত সাৱটি ধৰিলে। তেওঁৰ উপস্থিতিয়ে মোক সাহসী কৰি তুলিলে।

মই তেওঁক ক'লো, 'সোণজনী মোৰ, আমি ধেমালি কৰা বুলি তুমি গম পোৱা নাই নে? মিছাতে কিমান ভয় খাইছা তুমি। যোৱা, পানী এগিলাছ খাই আহাগৈ। মোৰ এজন পুৰণি বন্ধু আৰু সহকৰ্ম্মীৰ লগত চিনাকি কৰি দিম। আহাগৈ যোৱা।'

মাছাৰ সন্দেহ যোৱা নাছিল।

'কওকচোন মোৰ স্বামীয়ে মিছা কোৱা নাইতো?' ভীষণ মূৰ্ত্তি লৈ থকা চিলভিয়োৰ পিনে চাই তেওঁ ক'লে। 'সঁচানে আপোনালোকে কেৱল ধেমালিহে কৰিছে?'

'কাউন্টেচ, তেওঁ সদায় ধেমালিকে কৰে,' চিলভিয়োই উত্তৰ দিলে। 'এবাৰ তেওঁ ধেমালিতে মোক চৰ এটা মাৰিছিল; আকৌ এবাৰ মোৰ টুপীটোৰ মাজেদি ফুৰ্ত্তিতে বুলেট এটা মাৰি পঠিয়াইছিল; আৰু অলপ মাত্ৰ আগতে তেওঁ মোলৈ গুলীয়াই যেতিয়া লক্ষ্যভ্ৰষ্ট হ'ল সেয়াও আছিল ধেমালিহে। আৰু এতিয়া ময়ো অলপ ধেমালি কৰোঁ বুলি ইচ্ছা কৰিছোঁ।'



এইখিনি কথা কৈয়েই তেওঁ মোলৈ টোৱাবলৈ পিষ্টলটো তুলি ললে। মোৰ ঘৈণীৰ চকুৰ আগতে মোৰ পিনে লক্ষ্য কৰি পিষ্টল তুলিলে। মাছাই তেওঁৰ ভৰিত বাগৰি পৰিল।

'উঠা মাছা, তোমাৰ লাজ লগা নাইনে' মই খঙত চিঞৰি উঠিলোঁ। 'আৰু আপুনিও কি আচৰিত মহাশয়, এজনী দুৰ্ভগীয়া তিৰোতাক লৈ ধেমালি কৰি কি ভাল পাইছে? আপুনি গুলীয়াব নে নাই?'

'মই গুলী নামাৰোঁ,' চিলভিয়োই উত্তৰ দিলে। 'মই সন্তুষ্ট হৈছোঁ। মই আপোনাৰ বিচলিত, আতঙ্কিত চেহেৰা দেখা পাইছোঁ। মোলৈ গুলী কৰিব আপোনাক বাধ্য কৰিছোঁ। সেয়েই যথেষ্ট। মোক আপুনি নাপাহৰে। আপোনাৰ বিবেকৰ ওচৰত আপোনাক এৰি গ'লো।'

তেওঁ যাবলৈ ঘূৰি ললে। দুৱাৰদলিত অলপ থমকি ৰ'ল। মোৰ গুলীয়ে বিন্ধা কৰি যোৱা ছবিখনলৈ খন্তেক চাই প্ৰায় কোনো লক্ষ্য স্থিৰ নকৰাকৈয়ে সেইখনলৈ গুলীয়ালে। তেওঁ গুছি গ'ল। মোৰ ঘৈণী মূৰ্চ্ছকচ গৈছিল। চাকৰবাকৰবোৰে তেওঁক বাধা দি ৰাখিবলৈ সাহস নকৰিলে, কাৰণ সেই ভীষণ চেহেৰাটো দেখিয়েই সিহঁতে ভয় খাইছিল। খটখটিয়েদি নামি গৈ তেওঁ কচোৱানক মাতিলে আৰু মই সুস্থিৰ হোৱাৰ আগেয়ে গাড়ী চলাই গুছি গ'ল।"

কাউণ্ট কথা বন্ধ কৰি নীৰৱ হ'ল। এনেভাবেই যিটো কাহিনীৰ আৰম্ভণিয়ে এসময়ত মোৰ মনৰ মাজত গভীৰ সাঁচ বহুৱাই গৈছিল সেই কাহিনীটোৰে শেষটো মই জানিলোঁ। এই কাহিনীৰ নায়কক মই আৰু কেতিয়াও লগ পোৱা নাছিলোঁ। কোৱা শুনো আলেকজেণ্ডাৰ য়াপচিলান্তিৰ নেতৃত্বত হোৱা বিদ্ৰোহত হেনো চিলভিয়োই এদল সৈন্যৰ অধক্ষ্য হৈছিল, আৰু তেওঁ হেনো স্কুল্যানিৰ যুদ্ধত মৰি থাকিল।

# অচিন সুৰভি

মেক্সিম গৰ্কী

॥ উনবিংশ শতাব্দীৰ শেষ ভাগ ॥ টিফ্‌লিচৰ এখন কাকতত প্ৰকাশ হ'ল এটি গল্প—'মকৰ শূদ্ৰা' ॥ স্বাক্ষৰ আছিল মেক্সিম গৰ্কী ॥ কম সময়ৰ ভিতৰতে পৃথিৱীত বিয়পি পৰিল সেই নাম ॥ গৰ্কীৰ আচল নাম আছিল আলেক্সি পেচ্‌কভ্‌ ॥ শৈশৱ অভাৱ-অনাটনেৰে ভৰা ॥ জীৱিকাৰ সন্ধানত গোটেই ৰাছিয়া পৰ্য্যটন কৰিব লগা হ'ল ॥ এইবোৰে তেওঁক যোগালে জীৱন সম্বন্ধে গভীৰ জ্ঞান ॥ সেই ভ্ৰাম্যমান জীৱনৰ অভিজ্ঞতাই আছিল তেওঁৰ ৰচনাৰ অফুৰন্ত সম্ভাৰ ॥ 'অচিন সুৰভি' ৰাছিয়াৰ সেই কালৰ স্থবিৰ গ্ৰাম্য-জীৱনৰ এখনি জীৱন্ত ছবি ॥ গৰ্কীৰ নিপুন হাতৰ পৰশত ফুটি উঠিছে গাৱঁলীয়া জীৱনৰ ঠেক মনোবৃত্তি, ফোপোলা চিন্তাধাৰা আৰু মধ্যবিত্তৰ নিষ্ঠুৰ উদাসীন-তাৰ প্ৰতি তিৰ্য্যক সমালোচনা ॥ মানবতাবোধ গৰ্কীৰ ৰচনাৰ প্ৰধান বৈশিষ্ট্য ॥ 'নীলা চকুৰ ছোৱালীজনী' গৰ্কী-সাহিত্যৰ এই বৈশিষ্ট্যৰে অন্যতম নিদৰ্শন ॥

যাত্ৰীবাহী ৰেলগাড়ীখন এটা প্ৰকাণ্ড সাপৰ দৰে অসীম স্তেপ অঞ্চলৰ হালধীয়া তৃণভূমিৰ মাজত নোহোৱা হৈ গ'ল । গাড়ীখনে উলিয়াই দিয়া ঘন ধোৱাঁবোৰ মৃদু বতাহত মিহলি হৈ গ'ল । লগে লগে সুবিশাল উকা সমতলখনৰ নিথৰ নীৰৱতা ক্ষণিকৰ কাৰণে ভাঙি গুমৰি উঠা শব্দকণো মাৰ গ'ল । সৰু ৰেলষ্টেচনটো এই বিশাল সমতলৰ মাজ ভাগত অৱস্থিত । ষ্টেচনটোৰ নিৰ্জনতা ব্যথাদায়ক । গাড়ীখনৰ শব্দ কৰ্কশ হলেও অন্ততঃ সজীৱতাৰ পৰিচায়ক । এই শব্দকণো যেতিয়া পৰিষ্কাৰ আকাশৰ মহাশূন্যত বিলীন হৈ গ'ল তেতিয়া গোটেইটো ষ্টেচনকে পুনৰ বিৰক্তিপূৰ্ণ নীৰৱতাই আবৰি ধৰিলে ।

স্তেপ অঞ্চল সোণ-হালধীয়া । আকাশ নীলমণিৰ নিচিনা স্বচ্ছ নীলা । দুয়োটাই অসীম । এই বিশালতাৰ কেন্দ্ৰত ষ্টেচনৰ সৰু সৰু মুগা বৰণীয়া ঘৰকেইটা কোনোবা কল্পনাবিহীন শিল্পীয়ে অতি কষ্টেৰে অঁকা বিষণ্ণতাৰ এই ছবি খনত হঠাতে লাগি যোৱা তুলিকাৰ আঁকবাক যেন লাগিছিল । ঘৰ কেইটাই যেন ছবিখন আৰু আপচু কৰি তুলিছিল । প্ৰতিদিন দুপৰীয়া বাৰ বজাত দুই মিনিট আৰু আবেলি চাৰি বজাত দুই মিনিট, মাত্ৰ এই চাৰি মিনিটৰ কাৰণে স্তেপ অঞ্চলৰ ভিতৰৰ পৰা গাড়ী আহি ষ্টেচনত ৰৈছিল । দিনটোৰ এই চাৰি মিনিট সময়ে ষ্টেচনত কাম কৰা মানুহখিনিৰ কাৰণে নতুন ভাৱনাৰ খোৰাক কঢ়িয়াই আনিছিল । সেই সময় খিনিয়েই আছিল ষ্টেচনটোৰ উলহমালহ কৰাৰ প্ৰধান, বাস্তৱিকতে একমাত্ৰ সময় । প্ৰতিখন গাড়ীয়েই কঢ়িয়াই আনিছিল নানা-তৰহৰ কাপোৰকানি পিন্ধা বিধে বিধে মানুহ । ভাগৰত জুৰুলা, অধীৰ, উদাসীন মুখবোৰ ৰেলগাড়ীৰ খিৰিকীৰ ফ্ৰেমত বন্ধা । ক্ষিপ্ৰ-গতিত ছবিবোৰ চকুৰ আগেদি চলি যায় । মাত্ৰ এক মুহূৰ্ত্তৰ দেখা সাক্ষাত । ঘণ্টা পৰিল, হুইচেল বাজি উঠিল, গাড়ীখনে সশব্দে তেওঁলোকক কঢ়িয়াই লৈ গ'ল স্তেপ অঞ্চলৰ বুকুফালি, দূৰৰ নগৰলৈ । জনাকীৰ্ণ নগৰৰ উখলমাখল, হাইউৰুমিৰ মাজলৈ ।

ষ্টেচনত কাম কৰা মানুহ কেইজনে এই অচিন মুখবোৰলৈ কৌতূহলী হৈ ৰ লাগি চাইছিল । গাড়ী গুচি গলে মানুহবোৰক

কাৰ কেনেকুৱা লাগিল সেই সম্বন্ধে কোৱামেলা কৰিছিল। তেওঁ-লোকৰ চাৰিফালে বিয়পি আছিল নীৰৱ স্তেপ অঞ্চল। মূৰৰ ওপৰত অলৰঅচৰ আকাশখন। তেওঁলোকৰ অন্তৰত গুমৰি উঠিছিল হিংসা। প্ৰতিদিন অজান ঠাইলৈ ক্ষিপ্ৰবেগে গুছিযোৱা মানুহ-বোৰলৈ নিৰলাত, প্ৰায় জীৱনৰ সীমাৰ বাহিৰত বন্দী এই মানুহ-খিনিৰ হিংসা হৈছিল।

এয়া ষ্টেচনৰ প্লেটফৰ্মত সকলোটি গোট খাইছেহি। ক'লা এডাল ফিটাৰ দৰে লগা, গৈ থকা গাড়ীখন সোণ-হালধীয়া তৃণৰ মাজত বিলীন হৈ যোৱা তেওঁলোকে চাই আছে। জীৱনৰ স'তে হোৱা এই ক্ষণিক সংযোগৰ ভাবনাত তেওঁলোক মগ্ন। সকলোটি মনে মনে আছে। ষ্টেচন মাষ্টৰ মানুহজন নোদোকা, হাঁহি-মুখীয়া, চুলিখিনি অলপ বগা পৰিছে। প্ৰত্যেক কচাকেই ৰথাৰ দৰে একোচা দীঘল দাড়ি তেওঁৰো আছে। সহকাৰী ষ্টেচন মাষ্টৰ ডেকা মানুহ, মূৰটো তেনেই ৰঙা পাতলীয়াকৈ ছাগলী দাড়ি ৰাখিছে তেওঁ। লুকা ষ্টেচনৰ ৰখীয়া, চুটিচাপৰ, তজবজীয়া আৰু চালাক-চতুৰ। *গোমোজোভ* ষ্টেচনৰ চুইচ্‌মেন। মানুহজন অলপ নীৰৱ *প্ৰকৃতিৰ*, বেচ শকতআৰট ঘন দাড়ি আছে।

ষ্টেচন মাষ্টৰৰ ঘৈণীয়েকে ষ্টেচনৰ নঙলাৰ ওচৰতে বেঞ্চ এখনত বহি আছে। তেওঁ চুটিচাপৰ, থোপোকা। গৰমত বৰ কষ্ট হয় বেচেৰীৰ। কোলাত থকা কেচুৰাটোৰ মুখখনো মাকৰে নিচিনা ৰঙা আৰু টুপুৰা।

গাড়ীখন এটলীয়া ঠাইৰে যাব লাগে কাৰণে কিছু দূৰ গৈয়ে মাটিৰ মাজত অদৃশ্য হৈ যায়।

ষ্টেচন মাষ্টৰে ঘৈণীয়েকলৈ চাই সোধে, "চাহৰ পানী হ'লনে? চন্যা।"

"নিশ্চয় হৈছে", ঘৈণীয়েকে কোমল, নিস্তেজ মাতেৰে উত্তৰ দিয়ে।

"লুকা, এইবোৰ ঠিকঠাক কৰ। প্লেটফৰ্মখন আৰু লাইনটো সাৰিপেলা। সিহঁতে পেলাই থৈ যোৱা জাবৰ জোঁথৰবোৰ দেখিছ নে নাই?"



"ঠিক আছে, মাতভি য়াগাৰোভিচ"

"নিকোলাই পেট্ৰোভিচ্ চাহ খাওঁ বলক, কি কয়?"

"নিয়মৰ নো কি ব্যতিক্ৰম কৰোঁ, বলক", সহকাৰী ষ্টেচন মাষ্টৰে উত্তৰ দিয়ে।

যোৱা গাড়ীখন যদি দুপৰীয়াৰখন হয় তেনেহলে মাতভি্ য়াগাৰোভিচে ঘৈণীয়েকক সোধে, "খাবৰ হ'ল নে, চন্যা?

তাৰপিছত ষ্টেচন মাষ্টৰে সদায় দি অহা ধৰণে নিৰ্দ্দেশ দিয়ে। সহকাৰীজনে তেওঁৰ লগতে খোৱাবোৱা কৰে। তেওঁক ষ্টেচন মাষ্টৰে কয়, "খাবলৈ যাওঁ বলক, কি কয়?"

যথেষ্ট বিবেচনা থকা মানুহৰ দৰে সহকাৰীজনে সন্মতি জনায়।

প্লেটফৰ্মৰ পৰা আহি তেওঁলোকে খোৱা কোঠাত বহেগৈ কোঠাটোত চকীমেজ বৰ বেছি নাই; কিন্তু আন আন সা-সঁজুলিৰে কোঠাটো ভৰ্ত্তি। লিনেন কাপোৰৰ টাৱেলৰ গোন্ধ আৰু ৰান্ধনিশালৰ গোন্ধেৰে আমোলমোলাই থকা কোঠাটোৰ খোৱা মেজত বহি তেওঁলোকে মেল কৰে গাড়ীত দেখা পোৱা মানুহখিনিৰ।

"দ্বিতীয় শ্ৰেণীৰ ডবাটোত হালধীয়া সাজপাৰ পিন্ধা কলী ছোৱালী-জনীলৈ মন কৰিছিল নে, নিকোলাই পেট্ৰোভিচ্? বস্তুটি কিন্তু বেচ্ লোভনীয়, কি কয়?"

"বেয়া নহয়, কিন্তু সাজপাৰৰ ৰুচি জ্ঞান নাই, "সহকাৰীয়ে উত্তৰ দিয়ে।

তেওঁৰ মন্তব্যবোৰ সদায় চুটি। কয়ও বেচ প্ৰত্যয়ৰ সুৰত। শিক্ষা আৰু অভিজ্ঞতাৰ পোহৰ পোৱা বুলি নিকোলায়ে অলপ গৰ্ব কৰে। তেওঁ মাধ্যমিক স্কুলীয়া শিক্ষা শেষ কৰিছিল। ক'লা কাগজৰ বকলা লগোৱা এখন বহীত কিতাপ বা হাতত পৰা বাতৰিকাকতত পোৱা ডাঙৰ বাণীবিলাক তেওঁ টুকি থয়। তেওঁ-লোকৰ কামৰ বাহিৰে আন সকলো কথাতে ষ্টেচন মাষ্টৰে তেওঁৰ কৰ্তৃত্ব গ্ৰাহ্য কৰি চলে। তেওঁ কোৱা সকলো কথাকে মনোযোগ

দি শুনে। নিকোলাই পেট্রোভিচৰ বহীখনত থকা অমূল্য জ্ঞানৰ বাণীবিলাকে তেওঁক বিশেষভাৱে চমকিত কৰে। সৰল চিতীয়া মানুহৰ দৰে সেই বাণীবিলাককলৈ তেওঁ উচ্ছ্বাসো প্ৰকাশ কৰে। কলী ছোৱালীজনীৰ সাজপাৰৰ ৰুচি সম্বন্ধে সহকাৰীজনে দিয়া মন্তব্যই তেওঁক দোধোৰমোধৰত পেলায়।

তেওঁ সোধে, "কিয়, কলী ছোৱালীয়ে হালধীয়া কাপোৰ পিন্ধিব নেপায় নেকি ?"

"মই ৰঙৰ কথা ভৱা নাই। সাজপাৰৰ গঢ়টোৰ কথাহে কৈছোঁ।" নিকোলাই পেট্রোভিচে ব্যাখ্যা কৰাৰ লগে লগে আয়নাৰ কাঁহী-খনৰ পৰা নিজৰ প্লেটখনত অলপ জাম লয়।

"গঢ় ? এৰা, সেইটোও আন এবিধ বস্তু" ষ্টেচন মাষ্টৰে হয়ভৰ দিয়ে।

তেওঁৰ ঘৈণীয়েকেও কথাবতৰাত যোগ দিয়ে। কাৰণ বিষয়টো তেওঁৰ মনৰ ওচৰৰ আৰু সহজে বুজিও পায় তেওঁ। কিন্তু মানুহ কেইজনৰ বুদ্ধিবৃত্তি বৰ চোকা আৰু মাৰ্জিত নহয়। সেয়ে কথা-বতৰা নীৰস, লেহেম গতিত চলে'। কাচিৎহে এই কথাবতৰাই তেওঁলোকৰ অন্তৰ চুই যাব পাৰে।

খিৰিকীৰে বিস্তীৰ্ণ স্তেপ অঞ্চল দেখা যায়। নীৰৱতাই গোটেইখন আচ্ছন্ন কৰি ৰাখিছে। আৰু দেখা যায় আকাশখন, নিৰাসক্ত প্ৰশান্তিৰ আভাৰে দীপ্ত।

প্ৰায় এঘণ্টামান পাৰ নৌহওতেই মালগাড়ী এখন যায়। এই গাড়ীবোৰৰ গাৰ্ড, ড্ৰাইভাৰ সকলোবোৰ পুৰণি চিনাকি। স্তেপ ভূমিৰ মাজেৰে অবিৰাম অহাযোৱা কৰোঁতে কৰোঁতে গাৰ্ডবিলাকৰ আবেগ অনুভূতি শুকাই কৰ্কৰীয়া হৈছে। টোপনিৰ অলসতাৰে তেওঁলোকে কাম কৰি যায়। অৱশ্যে, কেতিয়াবা কেতিয়াবা বাটত হোৱা দুৰ্ঘটনাৰ কাহিনীবোৰ শুনায় তেওঁলোকে: কোনোৱা ঠাইত এজন মানুহ মৰিছে...... ইত্যাদি। কেতিয়াবা তেওঁলোকৰ নিজৰে জীৱন সম্বন্ধে কোৱামেলা কৰে। কোনোবা এজনক জৰিমনা



কৰিছে, আন কোনোবা এজনক হয়তো বদলি কৰিছে ইত্যাদি। খকুৱা মানুহে কোনো আপুৰুগীয়া, জুতি লগা খোৱা বস্তু পালে যেনেকৈ একে গৰাহে শেষ কৰি দিয়ে তেনেকৈ এই টুকুৰাটুকুৰা কথাবোৰো চালি জাৰি নোচোৱাকৈয়ে গিলি খোৱা হয়।

স্তেপ ভূমিৰ দিগবলয়ত লাহে লাহে বেলিটো যেতিয়া মাটিৰ ওচৰ পায় তেতিয়া ক্ৰমে বেছি ৰঙা হৈ পৰে। এটা ৰঙচুৱা জেউতিয়ে সকলোবোৰ আবৰি পেলায়। মনত বাহ লয় এক অবুজ বাসনা—প্ৰান্তৰৰ সিপাৰে থকা ঠাইৰ আকৰ্ষণ। অৱ-শেষত বেলিটো দিগবলয়ত মাৰ যায়। তাৰ পিছত বহু সময়লৈকে বেলিমাৰৰ ৰক্তিম আভা যেন আকাশত এক কোমল সঙ্গীতৰ সুৰত ৰৈ ৰৈ ধ্বনিত হৈ থাকে। লাহে লাহে সেই সুৰ নিস্তেজ হৈ আহে ;—নিজম গোধূলি আৰম্ভ হয়। অলপ গৰম গৰম লাগে। এটি দুটিকৈ তৰাবোৰ ওলায়। গোটেই দৃশ্যটো গোমোঠা। তিৰ্‌বিৰ কৰা তৰাবোৰ ভয়তে কঁপি কঁপি ওলোৱা যেন লাগে। গোধূলি গোটেই প্ৰান্তৰটোৱেই যেন সঙ্কুচিত হৈ পৰে। ষ্টেচনৰ চাৰিওফালৰ পৰা ৰাতিৰ এন্ধাৰ ছাঁ নিশব্দে আগবাঢ়ি আহে। তাৰ পাচত আহে ৰাতি নিজেই বিষণ্ণ অন্ধকাৰ লৈ। ষ্টেচনত লাইট জ্বলোৱা হয়। সকলোতকৈ উজ্জ্বল আৰু আটাইতকৈ ওখত অৱস্থিত লাইটটো হৈছে সেউজীয়া ৰঙৰ—চিগ্‌নেলৰ লাইট। নীৰৱতা আৰু চাৰিওফালৰ এন্ধাৰে লাইটটো ঢাকি ৰাখে।

মাজে মাজে এটা ঘণ্টা বাজি উঠে।—এখন আহিব ধৰা গাড়ীৰ আগজাননী। ঘণ্টাৰ সনিৰ্বন্ধ শব্দ প্ৰান্তৰত বিলীন হৈ যায়। ঘণ্টা বজাৰ কিছু সময় পিছতেই পচিমৰ এন্ধাৰ ফালি এটি ৰঙা পোহৰ জ্বলি উঠে। স্তেপ ভূমিৰ নিথৰ নীৰৱতা ভাঙি এখন গাড়ী অন্ধকাৰ ষ্টেচনলৈ হুচ্‌হুচাই আগ বাঢ়ে।

ষ্টেচনৰ এই সমাজখনিৰ তলখাপৰ মানুহবোৰৰ জীৱন অভিজাত সকলৰ জীৱনৰ দৰে মুঠেই নাছিল। ষ্টেচন ৰখীয়া লুকাৰ মনটো ষ্টেচনৰ পৰা মাত্ৰ সাত ভাৰ্ষ্ট দূৰত থকা ঘৈণীয়েক আৰু ভায়েকৰ

ওচৰলৈ দৌৰি পলোৱাৰ বাসনাই সদায় থকাসৰকা কৰিছিল। শান্ত আৰু নীৰৱ চুইচ্‌মেন গোমোজোভক তাৰ ভাগৰ কামখিনি কৰি দিবলৈ ৰবকৈ খাটনি ধৰিছিল আৰু কৈছিল তাৰ সেই ঠাইত 'ঘৰ সংসাৰ' আছে, সেই কাৰণেহে তালৈ যাবলৈ লাগে। 'ঘৰ সংসাৰ' শব্দটো শুনিলেই গোমোজোভে এটা দীঘল হুমুনিয়াহ কাঢ়ে। তাৰ পিছত সি কয়, "বোৱা বাৰু, ঘৰ সংসাৰ থাকিলে চোৱাচিতাক ৰিবই লাগিব। কোনো সন্দেহেই নাই সেই সম্বন্ধে।"

আফানাচি য়াগড্‌কা আনজন চুইচ্‌মেনৰ নাম। কণ কণ দাড়িৰে ঢাকখাই থকা ৰঙা মুখখনেৰে এই পুৰণি সৈনিকজনে কিন্তু লুকাৰ কথা বিশ্বাস নকৰিছিল। সি আছিল অলপ বিদ্ৰূপ ব্যঙ্গ কৰা ধৰণৰ মানুহ।

বিদ্ৰূপ মিহলি সুৰত সি কয়, "হুঃ ঘৰ সংসাৰ, ঘৈণী বুলি কলেই দেখোন লেঠা মৰে। তোৰ সেই ঘৈণীয়েৰজনী বিধবা? নে কোনোবা সৈনিক তাইৰ পৈয়েক অ'?"

লুকাই তেতিয়া ঘৃণাৰ সুৰত চিঞৰি উঠে, "মুখ চম্ভালিবা ব্ৰিগেডিয়াৰ। চৰাই-বলিয়া ক'ৰবাৰ।"

য়াগড্‌কাৰ চৰাইৰ প্ৰতি বৰ দুৰ্ব্বলতা। সেই কাৰণে লুকাই তাক 'চৰাই বলিয়া ব্ৰিগেডিয়াৰ' নাম দিছিল। তাৰ সৰু ঘৰটোৰ ভিতৰে বাহিৰে কেৱল চৰাই পোহা খোপ-জোপ, সাঁ-সজুলি। গোটেই দিনটো চৰাইবোৰে চেঁ-চেঁয়াই থাকে। সি পোহা কোয়েল চৰাইবোৰে অবিৰাম একে সুৰত 'চ্িপ চ্িপ'কৈ গীত গাই থাকে। নানা তৰহৰ সৰু ডাঙৰ চৰাইৰ বিচিত্ৰ গীতৰ কাকলিয়ে সৈনিকৰ অকলশৰীয়া শূন্য জীৱনটো আনন্দেৰে ভৰাই দিয়ে। তাৰ গোটেই আজৰি সময়খিনি যায় চৰাইবোৰৰ আপডাল কৰোঁতে। চৰাইৰ প্ৰতি অকৃপণ ভক্তি আছিল সঁচা, ষ্টেচনৰ লগৰীয়া কেইজনৰ প্ৰতি কিন্তু য়াগড্‌কাৰ অকণো আগ্ৰহ নাছিল। সি লুকাক এডাল সাপ বুলি কৈছিল। গোমোজোভৰ প্ৰতিও তাৰ ধাৰণা কোনো গুণে বেলেগ নাছিল। দুয়োকেই মাইকীৰ



পিছে পিছে ঘূৰি ফুৰা বুলি মুখৰ আগতে গালি পাৰিছিল। তাৰ মতে এই স্বভাৱৰ কাৰণে দুয়োজনেই ভালকৈ একো পালি পোৱা উচিত।

লুকাই সাধাৰণতে তাৰ কথালৈ বৰ মন নিদিছিল। কিন্তু সৈনিকে কেতিয়াবা সীমা চেৰাই গ'লে লুকাই তাক বাৰুকৈয়ে এজাউৰি গালি সোধাইছিল। "ছাউনীৰ এন্দুৰ চালা। কি কৰিবৰ খুম আছে তোৰ! কৰ্ণেলচাহাবৰ ছাগলী ৰখিব পাৰ। বন্দুকত সাফৰ খুৱাওঁতে আৰু বন্ধা কৰিব বাগানত পৰ দিওঁতেই জনমটো গ'ল। আমাৰ ওপৰত বৰ মতাডাল ওলাইছে। গালি পাৰিবৰ তই কোন হোঃ। চৰাইবোৰতে লাগি থাকগৈ যা। চালা, চৰাইবলিয়া।"

য়াগড্‌কাই শান্তভাৱে লুকাৰ গালি শুনাৰ পিছত ষ্টেচন মাষ্টৰৰ ওচৰত গোচৰ দিবগৈ। ষ্টেচন মাষ্টৰে তাতকৈ বেছি দৰ্কাৰী কাম বহুতো কৰিব লগীয়া আছে বুলি কৈ চিঞৰি তাক উলিয়াই পঠাব। তেতিয়া সৈনিকে নিজেই লুকাক শান্তভাৱে অকণো খঙ নেদেখুৱাই অকথ্য অশ্লীল গালি এজাউৰি সোধাব। লুকাই কানত আঙুলি দি পলাইহে ৰক্ষা পাব।

সৈনিকে কেতিয়াবা গোমোজোভক তাৰ তুচ্ছতাৰ কাৰণে বিদ্ৰূপ কৰে। গোমোজোভে অলপ বিব্ৰত হৈ নিজৰ পক্ষ সমৰ্থনৰ চেষ্টা কৰে। "কি বাৰু কৰা যায়? মোৰ বোধেৰে ইয়াৰ পৰা হাত সাৰিবৰ উপায় নাই। বেয়া ঠিকেই। কিন্তু এষাৰ কথা আছে নহয়, লোকৰ দোষ নুখুচৰিবা, কাৰণ লোকেও আকৌ তোমাৰ দোষ খুচৰিব।"

এদিনাখন সৈনিকে হাঁহি এটি মাৰি ইয়াৰ উত্তৰ এনেদৰে দিছিল, "সকলো দোষৰে বেলিকা সেই একে আওপুৰণি উপদেশ,— খালি লোকৰ দোষ নুখুচৰিবা, লোকৰ দোষ নুখুচৰিবা—থোৱাহে, মানুহে যদি আন মানুহৰ দোষ গুণ বিচাৰেই নকৰিলে, তেনেহলে কথাবতৰাৰ পিনেচোন আধ্যাই পৰিব।"

ষ্টেচন মাষ্টৰৰ ঘৈণীয়েকৰ বাহিৰেও আন এজনী তিৰোতা আছিল ষ্টেচনটোত। তাই আছিল এৰিণা নামৰ বান্ধনীজনী। বয়সে প্ৰায় চল্লিশৰ ডেওনা ছুইছিলগৈ। মানুহজনী দেখিবলৈ বৰ কুৰূচ আছিল—গঢ়ত থোপোকা, বুকু ওলমি পৰা। সদায় অপৰিচ্ছন্ন। থকামেলাতো জধেমধে আছিল তাই। গোটেই গাটো দোলাই তাই খোজ কাঢ়িছিল। গোটেইখন মুখত আছিল বসন্তৰ দাগ। চকুৰ গাঁত দুটাত সদায় আছিল এটি ভয়াৰ্ত্ত চাৱনি। তাইৰ কুৰূচ চেহেৰাত ফুটি ওলাইছিল এটি হীনতা, এটি দাসত্বৰ নিচিনা নীচতা। ডাঠ ওঁঠ দুটা সদায় শুকাই সোতোৰা পৰি আছিল। যেন তাই সকলোৰে ওচৰত কিবা দায় জগৰ লগাইছে, যেন সকলোৰে ভৰিত পৰি ক্ষমা খুজিব। ভয়তে যেন তাই কান্দিবও নোৱাৰা হৈছে। আঠ মাহ ধৰি গোমোজোভে তাইৰ প্ৰতি কোনো মনোযোগ নিদিয়াকৈয়ে ষ্টেচনত বাস কৰিছিল। কেতিয়াবা লগালগি হলে 'কিহে' বুলি গোমোজোভে চিনাকীৰ দায়িত্ব পালন কৰে। তায়ো সহাৰি দিয়ে। বৰ বেছি হয়তো কেতিয়াবা দুটা এটা পালমৰা বিধৰ কথা কৈ দুয়ো দুয়োৰে বাট লয়। কিন্তু এদিনাখন গোমোজোভে ষ্টেচন মাষ্টৰৰ ৰান্ধনিশাললৈ সোমাই আহিল। এৰিনাক তাৰ কাৰণে কেইটামান চোলা চিলাই কৰি দিবলৈ সি খাটিলে। তাই সন্মত হ'ল। চোলাকেইটা চিলাই কৰা হ'লত নিজেই গোমোজোভৰ ওচৰলৈ লৈ গ'ল।

"ধন্যবাদ, এটাত দহ কোপেক হিচাবে মই তোমাক ত্ৰিশ কোপেক দিব লাগিব নহয়নে ?" গোমোজোভে সুধিলে।

"সেয়ে হব বোধ হয়," এৰিণাই ক'লে।

গোমোজোভে ভাবিবলৈ ধৰিলে।

"তুমি কোন জিলাৰ পৰা আহিছা ?" অৱশেষত গোমোজোভে কথা আৰম্ভ কৰিলে। ইমান সময়ে তাইৰ দৃষ্টি গোমোজোভৰ দাঢ়ি কোচাত নিবদ্ধ হৈ আছিল।

"ৰিয়াজান্স্কায়া", তাই ক'লে।



"বহুদূৰ ঠাই দেখোন। তুমি বাৰু কেনেকৈ এইখিনি পালাহি ?"

"একো গম নেপাওঁ। মোৰ কোনো নাই মই একেবাৰে অকলশৰীয়া, একেবাৰে নিঠৰুৱা।"

"বুজিছোঁ। তেনে অৱস্থাত মানুহে ইয়াতকৈ দূৰলৈ যাবলৈও পিছ নুহুহকে।" গোমোজোভে এটি দীঘল হুমুনিয়াহ কাঢ়িলে। দুয়ো কিছু সময় পুনৰ মনে মনে থাকিল।

"মোক বন্ধু বুলি লব পাৰা। মই নিজ্‌নিনভগোৰড্‌ৰ মানুহ।" অলপ পিছত গোমোজোভে আকৌ কলে। "ময়ো অকলশৰীয়া। কোনোৱে নাই। কিন্তু এদিন মোৰ ঘৰবাৰী, ঘৈণী, দুটাকৈ ল'ৰা-ছোৱালী,—সকলো আছিল। ঘৈণী গ'ল কলেৰাত। এটি এটিকৈ ল'ৰা-ছোৱালী দুটিও গ'ল। দুঃখে শোকে খীণাই মোৰ হাড়ছাল বাকী থাকিল। মই পুনৰ সংসাৰ পাতোঁ বুলি ভাবিছিলোঁ। পিছে একো লাভ নাই। অৱশ দেহ-মনত পুনৰ শক্তি সঞ্চাৰ কৰাৰ চেষ্টা পণ্ডশ্ৰম মাত্ৰ। সেয়ে যিমান দূৰলৈ পাৰোঁ গুছি আহিলোঁ। দুবছৰৰো ওপৰ হ'ল, এনেকৈয়ে জীৱন কটাইছোঁ।"

"নিজৰ বুলিবৰ ঘৰবাৰী এডোখৰ নথকাটো বেয়া", এৰিনাই কোমল মাতেৰে ক'লে।

"বৰ বেয়া। তুমি বিধবা নেকি ?"

"নাই, মোৰ বিয়া হোৱাই নাই।"

"থোৱাহে, তোমাৰ কথা," অবিশ্বাস ঢাকি ৰাখিবলৈ অকণো চেষ্টা নকৰাকৈয়ে গোমোজোভে ক'লে।

"শপত দি কৈছোঁ, একেবাৰে সঁচা কথা।" এৰিনাৰ কণ্ঠত অনুনয়ৰ সুৰ।

"তুমি বাৰু বিয়া কেলেই নোসোমালা ?"

"মোক কোনে বিয়া কৰাব ? মোৰ একোটোৱে নাই। মানুহবোৰে নিশ্চয় কিবাকিবি আশা কৰে। আৰু মোৰ মুখখনলৈ চোৱাচোন—কিমান আপচু।"

"এৰা," গোমোজোভে তাইৰ মুখখন নিৰীক্ষণ কৰি অলপ সুৰ লগাই ক'লে। সি দাড়ি কোচা আঙুলিৰে আজুৰি আজুৰি তাইৰ দৰমহা কিমান সুধিলে।

"আঢ়ৈ কোপেক।"

"অ'। মই তেনেহলে তোমাক ত্রিশ কোপেক দিব লাগিব নহয় নে? চোৱা আজি ৰাতি তুমি সেইখিনি লৈ যাবাহি। ৰাতি প্রায় দহমান বজাত। আহিবানে? পইচাখিনি মই তোমাক দি দিম। আমাৰতো জীৱনত ৰঙ-ৰহইচ্ কৰিবৰ একো নাই, দুয়োটাই মিলি চাহকে ঢুগিলাছ খাম। দুয়ো অকলশৰীয়া জীৱ, নহয় জানো? তুমি আকৌ নহাকৈ নেথাকিবা।"

"আহিম বাৰু," সৰলভাৱে তাই উত্তৰ দিলে আৰু ওলাই গ'ল।

ৰাতি ঠিক দহ বজাত তাই আহিল আৰু দোকমোকালিতে উঠি গুছি গ'ল।

গোমোজোভে তাইক পুনৰ আহিবলৈ মতা নাছিল। তাইৰ প্রাপ্য ত্রিশ কোপেকো অৱশ্যে দিয়া নাছিল। নিজ ইচ্ছাতেই তাই আকৌ এদিন আহিল। নির্জ্জুভাৱে একান্ত বাধ্য মানুহজনীৰ দৰে তাই আহি গোমোজোভৰ সন্মুখত নীৰৱে থিয় দিলেহি। গোমোজোভে শুই থকা বিছনাৰ পৰাই তাইৰ পিনে চাই ৰ'ল। কিছু সময়ৰ পিছত বাগৰ সলাই ক'লে, "বহা।" তাই বহিল। অলপ পিছত সি ক'লে, "আমাৰ এই কথাটো মনে মনে ৰাখিবা। কোনেও যেন ঘৃণাক্ষৰেও ইয়াৰ ভূ নেপায়। বুজিছা নে? কোনোবাক জনাই দিলে মোৰ বিপদ হব। মই এতিয়া আৰু ডেকাটো হৈ থকা নাই। তুমিও গাভৰুজনী নোহোৱা বুজিছা?"

তাই মূৰ দুপিয়ালে।

তাইক আগবঢ়াই দিওঁতে তাৰ দুই এটা ফটা সাজপাৰ চিলাই কৰি দিবলৈ তাইৰ লগতে দিলে। "কোনেও যেন ইয়াৰ একো গম নেপায়।" সি পুনৰ তাইক সতর্ক কৰি দিলে।



এইদৰে লোকৰ চকুৰ আঁৰত গোপনে গোপনে সিহঁতে এক যুগ্ম জীৱন আৰম্ভ কৰিলে। ৰাতি প্রায় হাতে ভৰি চুচৰি চুচৰি এৰিণা গোপনে সোমাই আহে গোমোজোভৰ কোঠালৈ। গোমোজোভে তাইক সাদৰি লয় প্রভুত্বৰ ভঙ্গীত। তলতীয়া এজনক যেন লাই দি সি অনুগ্রহহে কৰিছে। "তোমাৰ মুখখন কেনে কুৎচ," কেতিয়াবা কেতিয়াবা সি কৈ উঠে। তাই কেৱল এটা শেঁতা হাঁহি মাৰে। হাঁহিত ফুটি উঠে ক্ষমা প্রার্থনাৰ অনুনয়। যাওঁতে তাই এবোজা গোমোজোভৰ কাম লৈ যায়। সদায় সিহঁতৰ দেখা নহয়। কিন্তু মাজে সময়ে ষ্টেচনৰ চৌহদত দেখাদেখি হলে গোমোজোভে সন্তর্পনে তাইৰ কানত ফুচফুচাই কৈ যায়, "আজি ৰাতি আহিবা।"

তাৰ কথামতে তাই আহে। বসন্তৰ দাগেৰে বিকৃত তাইৰ মুখত ফুটি উঠে এক অদ্ভুত গাম্ভীর্য্যৰ ভাব। সেই গাম্ভীর্য্য দেখি কোনোবাই হয়তো ভাবিব, কোনো পবিত্র কর্ত্তব্যৰ সম্পূর্ণ গুৰুত্ব উপলব্ধিৰ ছাঁ সেয়া তাইৰ মুখত। কিন্তু ঘৰলৈ উভতি যোৱা সময়ত তাইৰ গোটেই মুখখনতে সাঁচ পৰে ভয়ৰ আৰু অপৰাধৰ। মাজে সময়ে তাই কোনো নির্জন চুক এটিত নাইবা দুৱাৰৰ পিছপিনে থিয় দি বৈ বৈ চকু দুটা বহলকৈ মেলি তৃণ ভূমিৰ পিনে চাই থাকে। বাহিৰৰ তৃণ ভূমিত ৰাতিৰ ৰাজত্ব চলে। ৰাতিৰ সেই ঘোৰ নিস্তব্ধতাই তাইৰ গোটেই অন্তৰত ভয়ৰ শিহৰণ তোলে।

আবেলিৰ ৰেলখন পাৰ কৰি দিয়াৰ পিছত এদিনাখন ষ্টেচনৰ চাকৰিয়াল দুজনে ষ্টেচনমাষ্টৰৰ ঘৰৰ খিৰিকীৰ কাষত পোপলাৰ গছৰ ছাঁত চাহৰ যা-যোগাৰ কৰিছিল। গৰম বেছি হোৱা দিনবোৰত তেওঁলোকে প্রায়েই এই ঠাই টুকুৰাতে চাহ খাবলৈ লৈছিল। এইটোৱে তেওঁলোকৰ বৈচিত্র্যহীন জীৱনত অলপ বৈচিত্র্যৰ বহন সানিছিল। এই বিশেষ দিনটোত পাৰ হৈ যোৱা গাড়ীখনৰ বিষয়ে কৰ লগা সকলো শেষ কৰি আটায়ে নীৰৱে চাহৰ পিয়লাত সোহা মাৰিলে।

"কালিতকৈ আজি বেছি গৰম।" এহাতেৰে সুদা পিয়লাটো ঘৈণীয়েকলৈ আগ বঢ়াই দি ষ্টেচন মাষ্টৰে কৈ উঠিল। আনখন হাতেৰে তেওঁ কপালৰ ঘামবোৰ মচি পেলালে।

"বিৰক্তিয়ে তোমাক একেবাৰে জুকুলা কৰিলে দেখিছোঁ, সেয়েহে বতৰটোও ইমান গৰম লাগিছে।" পিয়লাটো লৈ ঘৈণীয়েকে ক'লে।

"হুঃ, তুমি বোধ হয় ঠিকেই কৈছা। তাচ খেলিলে কেনে হয়? অ', আছোঁ আমি তিনি জনহে।"

তেওঁৰ সহকাৰী জনে কান্ধ দুখন জোকাৰিলে। চকুহাল ওপৰলৈ তুলিলে। অতি আকৰ্ষণীয় সুৰত তেওঁৰ মুখৰ পৰা ওলাল, "শ্বপেনহাৱাৰে কৈছে, 'তাচখেলা দেউলিয়া মনৰ নিদৰ্শন'।"

"বে'ছ ধুনীয়া কথাষাৰ", ষ্টেচন মাষ্টৰে টপৰাই মাত দিলে। "কথাটো কি? দেউলিয়া মন—হুঃ, কোনে সেইষাৰ কৈছিল বুলিলে?"

"শ্বপেনহাৱাৰ। জাৰ্মাণ দাৰ্শনিক এজন।"

"দাৰ্শনিক। হুঃ।"

"দাৰ্শনিকবোৰেনো কি কৰে? বিশ্ববিদ্যালয়ত কাম কৰে নে?" চন্যাই সুধিলে।

"কেনেকৈ বাৰু বুজাওঁ মই? দাৰ্শনিক হোৱাটো কোনো চাকৰি কৰাৰ নিচিনা নহয়। যেনিবা ই এটা স্বাভাৱিক ভূষণ। চিন্তাশীল আৰু কাৰ্য্যকাৰণ-বিচাৰ-প্ৰৱণ যি কোনো মানুহেই দাৰ্শনিক হব পাৰে। অৱশ্যে বিশ্ববিদ্যালয়বোৰতো দাৰ্শনিক নথকা নহয়। যি কোনো ঠাইতে তেওঁলোক থাকিব পাৰে। আনকি ৰেলৰেৰ চাকৰিয়ালো দাৰ্শনিক হব পাৰে।"

"তেওঁলোকে বে'ছ ধন ঘটে নহয়নে—বিশ্ববিদ্যালয়ত থকা বোৰে?"

"পাৰদৰ্শিতাৰ ওপৰতে সকলো নিৰ্ভৰ কৰে।"



"চতুৰ্থ এজন পালে দুৰন্টামান বেছ্ খেলি কটাব পৰা গ'ল-হেঁতেন", ষ্টেচন মাষ্টৰে বেজাৰৰ হুমুনিয়াহ কাঢ়িলে। তেওঁলোকৰ কথাৰ আঁত হেৰাই গ'ল।

সুদূৰ আকাশৰ নীলাৰ পৰা লাৰ্ক চৰাইৰ গীতৰ কাকলি ভাহি আহিছিল। পোপলাৰ গছবোৰৰ ডালে ডালে বগাই ৰবিন চৰাই-বোৰে কূণ দিছিল। ঘৰৰ ভিতৰৰ পৰা ভাহি আহিছিল কেচুৱা এটিৰ কান্দোনৰ শব্দ।

"এৰিণা ভিতৰত আছে নে?" ষ্টেচন মাষ্টৰে সুধিলে।

"নেথাকিনো ক'লৈ যাব", ঘৈণীয়েকে উত্তৰ দিলে।

"আপুনি মন কৰিছেনে, নিকোলাই পেট্ৰোভিচ, মানুহজনীৰ চালচলনত এটা মৌলিক বৈশিষ্ট্য আছে?"

"মৌলিকৰ পৰাই সাধাৰণ জন্মে"। গহীন সুৰত নিকোলাই পেট্ৰোভিচে ক'লে। তেওঁৰ কথাষাৰ কোনো মহাপুৰুষে ভাবগধুৰ বাণী উচ্চাৰণ কৰাৰ দৰে উচ্চাৰণ কৰিলে। চেহেৰাত ফুটাই তুলিলে মহাপুৰুষৰ গধুৰ গাম্ভীৰ্য্য।

"সেয়া কি ক'লে," ষ্টেচন মাষ্টৰে কাণ থিয় কৰিলে। কথাষাৰ সগৌৰৱে পুনৰ উচ্চাৰিত হোৱাৰ পিছত এক মধুৰ তৃপ্তিত ষ্টেচন মাষ্টৰৰ চকু অলপ মুদ খাই গ'ল। ঘৈণীয়েকে লেনীয়া সুৰত ক'লে:

"সচাকৈয়ে আপুনি কেনেকৈ যে যি পঢ়ে, তাকেই মনত ৰাখে ভাবিলে আচৰিত লাগে। মোৰ কথাকে ধৰকচোন—আজি এটা পঢ়ো, কালিলৈ পাহৰি যাওঁ। বেছিদূৰলৈ যাবই নালাগে, সৌ সিদিনা মাত্ৰ 'নিভা' খনত খুব মজাৰ, খুব আমোদজনক কিবা এটা পঢ়িছিলোঁ। কিন্তু মৰি গলেও সেইটো মনত পেলাব নোৱাৰিম।"

"সকলো অভ্যাসৰ কথা", নিকোলাই পেট্ৰোভিচে চুটিকৈ ব্যাখ্যা কৰিলে।

"এইষাৰ কিন্তু অথনি কোৱা কথাষাৰতকৈও ভাল; আহ! নামটো কি আছিল তেখেতৰ? শ্বপেনহাৱাৰ।" ষ্টেচন মাষ্টৰে অলপ

১॰

মিচিকিয়ালে। "সকলো নতুন বস্তু এদিন পুৰণি হয়, এয়েইতো সৰল অৰ্থ কথাষাৰৰ।"

"নাইবা ইয়াৰ ঠিক ওলোটা বুলিও ধৰিব পাৰে অৰ্থটো। কাৰণ কোনোৱা এজন কবিয়ে কৈছেই নহয়, জীৱন জ্ঞানী, মিত-ব্যয়ী, সেয়ে ই পুৰণিক ভাঙি নতুনক গঢ় দিয়ে।"

"থওক হেৰি, ইমানবোৰ কথানো ক'ত পায়? কথাবোৰ দেখোন চালনীৰ বিন্ধাৰে শস্য ওলোৱাদি আপোনাৰ মুখৰ পৰা ওলায়ে থাকে।"

ষ্টেচন মাষ্টৰে ৰঙ পাই হাঁহিলে। ঘৈণীয়েকে মধুৰভাবে মিচিকি-য়ালে। নিকোলাই পেট্ৰোভিচে তেওঁৰ সন্তোষ ঢাকিবলৈ বৃথা চেষ্টা কৰিলে।

"সাধাৰণ সম্বন্ধে কথাষাৰ কোনে কোৱা বুলি ক'লে?"

"বেৰিয়াটিনুস্কি, এজনা কবি।"

"আৰু আন জন।"

"তেখেতো কবি, নাম ফোফানভ্।"

"বে'ছ বুদ্ধিমান মানুহ", কবিসকলৰ প্ৰশংসা কৰি ষ্টেচন মাষ্টৰে ক'লে। মুখত এটি তন্ময় হাঁহি লৈ সুৰ লগাই কথাকেইষাৰ আকৌ আওৰালে।

তেওঁলোকৰ জীৱনৰ কোনো ৰঙ নাছিল। একেবাৰে উকা, ৰিঙা জীৱন। বিৰক্তি, বিতৃষ্ণা এইবোৰৰ যেন তেওঁলোক খেলৰ পুতলা আছিল। ক্ষন্তেকলৈ বিৰক্তিৰ হাত সাৰিব পাৰিলেও পিছ মুহূৰ্ত্ততে ই তেওঁলোকক নতুন তেজেৰে হেঁচি ধৰে। এনেবোৰ মুহূৰ্ত্ততে তেওঁলোকে নীৰৱতাৰ আশ্ৰয়ত আত্মসমৰ্পণ কৰে। গৰমত ফেঁপাই ফেঁপাই বহেহি সেই ঠাই ডোখৰত। চাহ খায়। গৰম বেছিকৈহে অনুভৱ কৰে।

স্তেপ তৃণভূমিত বেলিটোৰ বাহিৰে একোৱেই নাছিল।

ষ্টেচন মাষ্টৰে পুনৰ কথা আৰম্ভ কৰিলে, "এৰিণাৰ বিষয়ে কৈ আছিলো নহয় নে? মানুহজনী আচহুৱা ধৰণৰ। সেই-



জনীৰ কথা ভাবিলে আচৰিত নোহোৱাকৈ নোৱাৰোঁ। মুখত এটি হাঁহি নাই, নাই এটি গানৰ কলি, কথাও কয় কাচিৎহে। যেন তাইক কিবা আঘাতে মাটিত লেটি লৱ লগা কৰিছে; এনেকৈহে চলে তাই। ডাঙৰ গছ এডাল কটাৰ পিছত মাটিত পোঁত খাই থকা তাই যেন গুৰিটোহে। কামেকাজে কিন্তু লেখৰ মানুহজনী। লেলিয়াৰ যেনেকৈহে তাই আলপৈচান ধৰে! কেচুৱাটোৰ কাৰণে যি কোনো কাম তাই হেলাৰঙে কৰিব পাৰে।"

কথাবোৰ এৰিণাৰ কাণত পৰে বুলি তেওঁ মাতটো আগতকৈ সৰু কৰিছিল। তেওঁ ভালকৈয়ে মনত ৰাখিছিল, চাকৰ-বাকৰক শলাগিব নাপায়। লাইপালে সিহঁত মূৰলৈ উঠে। চন্যাই তেওঁৰ কথাৰ সোঁত বন্ধ কৰিলে। তেওঁৰ পিনে গোপন অৰ্থ নিহিত ভ্ৰূকুটি হানি তেওঁ ক'লে, "হৈছে বাৰু সেইবোৰ। তুমি তাইৰ বিষয়ে নজনা কথা বহুতো আছে।"

নিকোলাই পেট্ৰোভিচে গুণগুণকৈ গান এটি আৰম্ভ কৰিলে। চামুচ এখনেৰে মেজত কোবাই তেওঁ তাল ৰাখিছিল:

"বন্দী মই তোমাৰ প্ৰেমত.........."

"কি? সেয়া কি গাইছে?" হঠাৎ ষ্টেচন মাষ্টৰে কৈ উঠিল। "তাইৰ বিষয়ে নে সেয়া? তুয়োজনৰে দেখিছো মোক বুৰ্বক বনোৱাৰ মতলব।"

তেওঁ হো-হোকৈ হাঁহিবলৈ ধৰিলে। থুতৰিত হাঁহিৰ জোকাৰণি লাগিল। কপালৰ পৰা টোপাটোপ ঘাম সৰিবলৈ ধৰিলে।

"হাঁহিব লগীয়া একোটোৱেই নাই তাত", চন্যাই ক'লে। "কেচুৱাটো ৰখাই তাইৰ এটা কাম। আনবোৰ কামৰ ভিতৰত এই কটিখন লৈকে মন কৰাচোন, একেবাৰে দেই তিতালগা হৈ গৈছে। এনেকুৱা বাৰু কিয় হৈছে?"

"নিসন্দেহ, ৰুটি যেনেকুৱা হব লাগে, এইখন তেনেকুৱা হোৱা নাই। ইয়াৰ কাৰণে নিশ্চয় তাইক তুমি গালিশপনি দিবা। কিন্তু, এইটোতো একেবাৰে নোহোৱানোপোজা কথা। একেবাৰে

অভাবনীয় ঘটনা। তাইৰ নিজবেচোন চেহেৰাখন সেই। একেবাৰে ময়দাৰ লেটিৰ নিচিনা গাটো। মানুহজন একা ? কোন নোহে সি—লুকা নে ? মই তাক নেৰিছো এইবাৰ, নিৰ্ব্বোধ ক'ৰবাৰ। সি নহলেনো কোন হব পাৰে ? য়াগড্‌কা ? গোফ নথকা বুঢ়াও কম নহয় দেখিছো।

"গোমোজোভ", নিকোলাই পেট্ৰোভিচে চুটিকৈ ক'লে।

"সি ? সেই শান্তশিষ্ট মানুহজন ? থওক হেৰি, নিশ্চয় গল্পটো আপোনালোকৰে সৃষ্টি।"

ষ্টেচন মাষ্টৰে কথাটোত বৰ ৰস পালে। ক্ষন্তেকতে হাঁহি হাঁহি তেওঁৰ চকুৰ পানী ওলাই গ'ল। অলপ থমকি গম্ভীৰ ভাবে তেওঁ প্ৰেমিক দুটাক ভালকৈ এজাউৰি গালি সোধাৱ লাগিব বুলি ক'লে। অলপ পিছতে, সিহঁত দুইটাই মৰমতে কেনেকৈ হিয়া উবুৰিয়াই কথা পাতিছিল, সেইবোৰ কল্পনা কৰি আকৌ হোঃহোঃকৈ হাঁহি উঠিলে।

অৱশেষত বিতং বিৱৰণ জানিবৰ ইচ্ছা কৰি দুয়োটাকে তেওঁ খুচিয়াবলৈ ধৰিলে। নিকোলাই পেট্ৰোভিচ গহীন হৈ পৰিল। চন্যায়ো তেওঁৰ উৎসাহত কোনো সহাৰি নিদিলে।

ষ্টেচনমাষ্টৰৰ উৎসাহ সহজে চেচাঁ নপৰিল। তেওঁ ক'লে, "বান্দৰ বান্দৰী হাল, পাবি ৰ বাপেকে, বৰ মজা হব—ভাল ধেমালি এটা কৰিম দুয়োটাকে লৈ।"

ঠিক সেই সময়তে লুকা ওলালহি।

"টেলিগ্ৰাফে টক্ টক্ কৰি আছে" সি জাননী দিলে।

"গৈছো ব'ল। ৪২ নম্বৰক চিগনেল দে।"

অলপ পিছতেই তেওঁ আৰু সহকাৰী দুয়োজনেই ষ্টেচন ঘৰলৈ খোজ ললে। লুকাই ঘণ্টি বজাই ৪২ নম্বৰক চিগনেল দিলে। নিকোলাই পেট্ৰোভিচে ৪২ নম্বৰ গাড়ীখন পঠাবলৈ অনুমতি বিচাৰি পিছৰটো ষ্টেচনলৈ তাঁৰ পঠালে। ষ্টেচন মাষ্টৰে অফিচ ঘৰৰ মজিয়াত অস্থিৰভাবে ইফালৰ পৰা সিফাললৈ খোজ পেলালে।



তেওঁ আপোনাআপুনি হাঁহি আছিল। হাঁহি হাঁহিয়েই ক'লে, "দুয়োটাই বুদ্ধি কৰি সিহঁতক ফান্দত পেলাও বলক, কি কয় ? ইয়াতকৈ আমোদজনক কথা আৰুতো নাই। অন্ততঃ খন্তেক হাঁহি ধেমালিৰ খোৰাক ওলাব।"

"সেইটো কৰিব পাৰি," টেলিগ্ৰাফৰ চাবি পকাই পকাই নিকোলাই পেট্ৰোভিচে ক'লে।

তেওঁৰ ধাৰণা দাৰ্শনিকৰ প্ৰকাশ-ভঙ্গী সংক্ষিপ্ত হোৱা উচিত।

অতি সোনকালেই তেওঁলোকে ইহাৰ সুযোগ পালে।

অলাগতিয়াল ইটো সিটো বস্তু থোৱা সৰুঘৰ এটি আছিল ষ্টেচনত। গোমোজোভে বৰকৈ কোৱাত এদিন ৰাতি ষ্টেচন মাষ্টৰৰ ঘৈণীয়েকৰ হুকুম লৈ এৰিনাই সেই আৱৰ্জনাবোৰৰ মাজতে নিজৰ শোৱাৰ বন্দোৱস্ত কৰিছিল। ৰাতি গোমোজোভ সেই ঘৰটোলৈ আহিল। ঘৰটো বৰ চেঁচা আৰু সেমেকা আছিল। ভঙা চকী মেজ, পৰিত্যক্ত কাঠৰ সাঁ-সজুলি, চৰিয়া আৰু ইটো সিটো আৱৰ্জনাবোৰে এন্ধাৰত ভীষণ আকৃতি লৈছিল। অকলে থকা সময়খিনিত এৰিনাৰ খুব ভয় লাগিছিল। চকুৰ পতা অকণো মুদ খোৱা নাছিল ভয়তে। তাই কেৱল বহলকৈ চকুযুৰি মেলি মুখেৰে অস্পষ্ট ভাবে প্ৰাৰ্থনা আওৰাইছিল।

গোমোজোভ আহিল। এষাৰো কথা নোকোৱাকৈ বহুতো সময় ধৰি তাইৰ দেহটো পিটিকি-ফেনেকি থাকিল। অৱশেষত ভাগৰ লাগি টোপনি গ'ল। কিন্তু প্ৰায় লগে লগেই এৰিনাই তাক জগালে।

"তিমোফি পেট্ৰোভিচ! তিমোফি পেট্ৰোভিচ!" ফুচ্‌ফুচাই তাই মাতিলে। তাইৰ কণ্ঠস্বৰত আতঙ্ক স্পষ্ট হৈ উঠিল।

"হুঃ কি ?" গোমোজোভে সহাৰি দিলে। ভালকৈ সাৰ পোৱা নাছিল সি।

"বাহিৰৰ পৰা আমাক কোনোবাই তলা মাৰি থলে।"

"কি, কি হ'ল ?" একেজাপে শোৱাৰ পৰা উঠি সি সুধিলে।

"কোনোবা দুৱাৰলৈ আহিছিল। দুৱাৰত তলা মাৰি গ'ল।"

"বলিয়া হ'লা নেকি ।" ভয় আৰু খঙে তাৰ মাতটো চেপি ধৰিছিল। সি তাইক নিজৰ ওচৰৰ পৰা ঠেলামাৰি পঠালে।

"তুমিয়েই চোৰাগৈচোন", অতি বিনীতভাৱে তাই ক'লে।

সি বিছনাৰ পৰা উঠিল। আবৰ্জনাবোৰ খেপিয়াই খেপিয়াই উজুটি খাই দুৱাৰৰ কাষ চাপিল। দুৱাৰখন ঠেলি চালে। অলপ পৰ থমকি সি কৈ উঠিল, "নিশ্চয় চালা সৈনিক বুঢ়াৰ কাম।" তাৰ মনটো মৰহি গ'ল।

দুৱাৰৰ সিফালৰ পৰা হাঁহিৰ খলকনি উঠিল।

"মোক বাহিৰলৈ যাবলৈ দিয়া", গোমোজোভে চিঞৰিলে।

"কি ক'লা", সৈনিক জনৰ মাত শুনা গ'ল।

"যাবলৈ দিয়া আকৌ"---

"ৰাতি পুৱাওক ৰ'বা", সৈনিকে বাহিৰৰ পৰা উত্তৰ দিলে। সি যাবলৈ ঘূৰিল।

"এৰা সেইবোৰ, মই কামলৈ যাব নেলাগিব নেকি?" গোমোজোভে তাক বুজালে। তাৰ কথাৰ সুৰত খঙ স্পষ্ট হৈ উঠিছিল।

"তোমাৰ কামখিনি ময়েই কৰিম বাৰু, তাতেই মৌজ কৰা তুমি।" সৈনিকজন আঁতৰি আহিল।

"কুকুৰৰ পোৱালী চালা", উপায়ান্তৰ হৈ বেচেৰা চুইচ্‌মেন গুজৰি উঠিল। "শুন, এনেকৈ তলা মাৰি থলে নচলিব। ষ্টেচন মাষ্টৰ জানো নাই? তেওঁক কি কবি? গোমোজোভ ক'ত বুলি তেওঁ নিশ্চয় সুধিব, তেতিয়া একা?"

"মোৰ বোধেৰে ষ্টেচন মাষ্টৰেই বোধ হয় এনেকুৱা কৰিব দিছে।" এৰিনাই বিষণ্ণভাৱে ক'লে।

"ষ্টেচন মাষ্টৰে?" গোমোজোভ আতঙ্কত শিঁয়ৰি উঠিল। "তেওঁ বাৰু এইটো কিয় কৰিব?" গোমোজোভ খন্তেকলৈ চিন্তিত হৈ পৰিল। পিছ মুহূৰ্ত্ততে তাইক চিঞৰি গালি পাৰিলে, "মিছলীয়া ক'ৰবাৰ।"



এটি গভীৰ হুমুনিয়াহ। সেয়ে তাইৰ একমাত্ৰ উত্তৰ।

"হায় ভগবান, কি হব এতিয়া?" দুৱাৰৰ কাষতে চৰিয়া এটাত বহি গোমোজোভে কৈ উঠিল। "তোৰ দোষতেই আজি এই অপমান মোৰ! চালী ভূতুনী, চেহেৰাখন চোৱা, গাৰ্হৰি ক'ৰবাৰ"

তাইৰ দীঘল দীঘল উশাহৰ শব্দ যিপিনৰ পৰা আহিছিল সেই পিনলৈ হাতৰ মুঠি জোকাৰি জোকাৰি গোমোজোভে গালি পাৰি গ'ল। এৰিনাই একোকে নেমাতিলে।

ধোঁৱা বৰণীয়া এন্ধাৰে সিহঁতক ঢাকি পেলালে। ভেকুৱা আৰু গেলা বন্ধা কৰিব দুৰ্গন্ধ আৰু নানা ধৰণৰ উৎকট গোন্ধ এন্ধাৰৰ বুকুৰ পৰা ওলাল। গোন্ধত সিহঁতৰ নাক কোঁচ খাই গ'ল। দুৱাৰৰ জলঙাৰে জোনালীৰ ৰেখা দুই এডাল সৰকি আহিছিল। বাহিৰৰ পৰা ভাহি আহিছিল মাল গাড়ীখন ষ্টেচনৰ পৰা গুচি যোৱাৰ ঘৰ্ঘৰ শব্দ!

"কিবা এটা নকৰ কিয়, চেহেৰা দেখিতো কাউৰী শগুন পলাব", গোমোজোভে ক'লে। খঙ আৰু ঘৃণাত সি বলকি গ'ল, "এই বিপদত এতিয়া ক'ত মৰো? মোক শ'লঠেকত পেলাই এতিয়া আজলীজনী হৈ মনে মনে আছ,—চালীৰ বেটী। কিবা এটা উপায় উলিয়া। কেনেকৈ থাকিলেনো মানুহে এই লাজ অপমানৰ ঘটনাটো পাহৰি পেলাব? হায় ভগবান, এই শাখিনীৰ লগত মজিবলৈ মোকনো কিহে পাইছিল?"

"মই তেখেতসকলক ক্ষমা খুজিম," অতি মৃদুভাৱে এৰিনাই ক'লে।

"হুঁঃ?"

"হয়তো ক্ষমা কৰিব।"

"তাৰ পৰা মোৰ কিডাল হব? তেখেতসকলে বাৰু তোক ক্ষমা কৰিলেই, মোৰ কি লাভ? মোৰ লাজ অপমান ক'ত যাব? মানুহে তেতিয়াও মোক হাঁহিব, ইতিকিং কৰিব। সেইবোৰ ক'ত যাব?

কেইমিনিটমানৰ পিছতেই পুনৰ গোমোজোভৰ গালিশপনি আৰম্ভ হ'ল। সময় নেযায় নুপুৰায় যেন লাগিল। অৱশেষত তাই মুখ মেলিলে। কঁপা কঁপা মাতেৰে তাই ক'লে "মোক ক্ষমা কৰা তিমোফি পেট্ৰোভিচ।"

"ক্ষমা কৰিম কুঠাৰেৰেহে। তোক কুঠাৰেৰে ঘপিয়ালেহে মনটো শান্ত হব।" গোমোজোভ গৰজি উঠিল।

পুনৰ দুয়োটা মনে মনে থাকিল। নিস্তব্ধতাৰ গধূৰ বোজাই দুয়োকে পিহি পেলালে! এন্ধাৰত বন্দী এই মানুহহালৰ মন নিস্তব্ধতাই দুৰ্দ্দশাৰ বেদনাৰে পূৰাই দিলে।

"ভগবান, পোহৰ যদি হলহেঁতেন এতিয়াই", এৰিণাৰ কণ্ঠত করুণ কাকুতি।

"মনে মনে থাক, পোহৰ মই দেখুৱাম ৰ তোক", গোমোজোভে তাইক দপদপাই উঠিল। আকৌ এজাউৰি অকথ্য গালি সোধালে। পুনৰ নিস্তব্ধ, বোবা যন্ত্ৰণাই দুয়োকে জুকলা কৰিলে। ফেহুঁজালি দিয়াৰ লগে লগে সময়ে আগতকৈয়ো নিষ্ঠুৰ ভাবে লাহে লাহে, চুচৰি চুচৰি যোৱা যেন লাগিল। প্ৰতিটি মুহূৰ্ত্তই যেন এই মানুহহালৰ হাস্যাস্পদ পৰিস্থিতিটোত আমোদ পাই ইচ্ছা কৰিয়েই পলম কৰি ঘূৰি ফুৰিছে।

কিছু সময় পিছত গোমোজোভ টোপনি গ'ল। ঘৰৰ বাহিৰত কুকুৰাই ডাক দিয়াতহে সি সাৰ পালে।

"হেই বেটী গাহৰিজনী, টোপনি গৈছ নেকি?" সি ফুচফুচালে।

"নাই", এটি গভীৰ হুমুনিয়াহ কাঢ়ি এৰিণাই উত্তৰ দিলে।

"আহা, বেচেৰী, কিয় টোপনি যোৱা নাই?" পৰিহাস কৰি সি সুধিলে।

"তিমোফি পেট্ৰোভিচ মোৰ ওপৰত খঙ নেখাবা", তাই বিনাই গ'ল। "অলপ সদয় হোৱা। যীশুৰ নামত মোৰ প্ৰতি কৃপা কৰা। মই একেবাৰে নিঠৰুৱা। পৃথিবীত আপোন বুলিবলৈ



মোৰ কোনো নাই। তুমি, কেৱল তুমিয়েই মোৰ আপোন। অন্ততঃ আমিতো……"

"ইননিবিননি বন্ধ কৰ। মোৰ হাঁহি উঠে সেইবোৰ শুনিলে।" কৰ্কশভাবে গোমোজোভে তাইক বাধা দিলে। মানুহজনীৰ অশান্ত বিলাপ গোমোজোভৰ কঠোৰ মাতত ডুব গ'ল। "পেল্পেলাই নাথাকিবি; ভগবানৰ অভিশাপ কপালততো সানি লৈছই।"

এনেদৰে, কোনো কথাবতৰা নোকোৱাকৈ এটিৰ পিছত এটিকৈ প্ৰতিটি মিনিট পাৰ হৈ যাবৰ কাৰণে সিহঁতে অপেক্ষা কৰি থাকিল। মিনিটবোৰ অতিবাহিত হৈ গ'ল। সিহতৰ দুৰ্দ্দশাৰ কোনো লাঘৱ নহ'ল। অৱশেষত দুৱাৰৰ জলঙাইদি বেলিৰ পোহৰ সোমাল। পোহৰৰ ৰেখাবোৰ এন্ধাৰৰ বুকুফালি আহিল। বাহিৰত কাৰোবাৰ ভৰিৰ খোজ। কোনোবা এজন দুৱাৰৰ ওচৰলৈ আহি এখন্তেক থমকি ৰ'ল আৰু তাৰপিছত গুছি গ'ল।

"নিষ্ঠুৰ পিশাচ চালাহত", গোমোজোভে দাঁত কৰচি ক'লে। ঘৃণা আৰু বিৰক্তিত সি থুতকুৰিয়ালে। পুনৰ সিহঁত নিস্তব্ধতাৰ মাজত উৎকৰ্ণ হৈ অপেক্ষা কৰি থাকিল।

"হে ঈশ্বৰ, হে প্ৰভু কৃপা কৰা……" এৰিণাই মিনতি জনালে।

বাহিৰত হাততসাৰে ভৰিতসাৰে কোনোবা অহা যেন শুনা গ'ল। হঠাৎ তলাটো কিটিপ্‌কৈ কোনোবাই খুলিলে। ষ্টেচনমাষ্টৰৰ কঠোৰ আদেশ শুনা গ'ল:

"গোমোজোভ, এৰিণাৰ হাতখন ধৰ। বাহিৰলৈ ওলাই আহ। সোনকালে আহ।" তেওঁ চিঞৰিলে।

"হেই, এইপিনে আহ", গোমোজোভে ভোৰভোৰাই উঠিল। এৰিণাই তাৰ কাষত তলমূৰকৈ থিয় হ'লগৈ।

দুৱাৰখন মেল খালে। ষ্টেচনমাষ্টৰে দুৱাৰৰ মুখতে থিয় হৈ আছিল।

"নতুনকৈ বিবাহ বান্ধোনত সোমোৱাৰ বাবে ওলগ জনাইছোঁ দেই", এৰিণাৰ সম্মুখত সম্ভাষণ জনোৱা ভঙ্গীত মূৰ দোঁৱাই তেওঁ ক'লে। "এই, কি কৰিছ বেঙ্ বজা।"

গোমোজোভে বাহিৰলৈ খোজ দিওঁতেই কাণ তাল মাৰি ধৰা শব্দৰ কোবত থমক খালে। লুকা, য়াগড্কা আৰু নিকোলাই পেট্ৰোভিচ দুৱাৰ মুখত থিয় হৈ আছিল। লুকাই বাল্টি এটিৰ তলিত হাতেৰে ভুকুৱাই আছিল আৰু তাৰ হাওঁফাৱে টানিব পৰালৈকে টেঁটুফালি কৰ্কশভাবে চিঞৰিছিল। সৈনিকজনে টিনৰ পেঁপা এটা বজাইছিল। নিকোলাই পেট্ৰোভিচে হাত এখন জোকাৰি জোকাৰি দুই ওঁঠেৰে শিঙা বজোৱাৰ নিচিনাকৈ সুহুৰি বজাই আছিল। তেওঁৰ দুয়োখন গাল ওফন্দি উঠিছিল।

বাল্টি বজোৱাৰ ধম্ধম্ শব্দ, পেঁপাৰ চিঞৰ আৰু বিননি। ষ্টেচনমাষ্টৰ হাঁহি হাঁহি হালি পৰিল। ককাল ছিগি তেওঁ যেন দুডোখৰ হৈ হে পৰিব। তেওঁৰ সহকাৰীজনেও বিবুদ্ধি হৈ ভেবা লগা গোমোজোভক দেখি ঢেক্ঢেক্কৈ হাঁহিলে। গোমোজোভৰ মুখ শেঁতাপৰি ছাঁইৰ বৰণ হৈছিলগৈ। তাৰ ওঁঠ দুটাই কঁপি কঁপি এটা বিব্ৰত হাঁহিৰ ভাজ লৈছিল। গোমোজোভৰ পিছত থিয় হৈ আছিল এৰিণা। তাইৰ মূৰটো আহি বুকুত লাগিছিল—এটুকুৰা শিলবদৰে নিস্পন্দ, অলৰ হৈ তাই থিয় হৈ আছিল।

লুকাই গান গাই গাই গোমোজোভক মুখ ভেঙুচালে। সৈনিকজনে গোমোজোভৰ ওচৰলৈ গৈ তাৰ কাণত পেঁপাটো বজাই দিলে।

"আহ, তাইৰ হাতখনত ধৰহি।" ষ্টেচনমাষ্টৰে চিঞৰি ক'লে। হাঁহিত তেওঁৰ উশাহ বন্ধ হোৱাৰ উপক্ৰম।

"এৰা সেইবোৰ বাদদিয়া, হৈছে আৰু হাঁহি হাঁহি মৰিম এতিয়া" চন্যাই চিঞৰিলে। বাৰান্দাত বহি হাঁহিত তেওঁ ৰব পৰা নাছিল।

"এটা মুহূৰ্ত্তৰ বিমল আনন্দৰ কাৰণে সকলো দুৰ্ভোগেই শিৰোধাৰ্য্য", নিকোলাই পেট্ৰোভিচে বাণী এটি শুনালে।

"নব দম্পতীৰ জয় হওক!" গোমোজোভে এখোজ আগবঢ়াৰ লগে লগে ষ্টেচনমাষ্টৰ চিঞৰি উঠিল। চাৰিওজনেই চিঞৰিলে "জয় হওক"। সৈনিকৰ চিঞৰটো গভীৰ গৰ্জনৰ নিচিনা শুনালে।



গোমোজোভৰ পিছে পিছে এৰিণা গৈ থাকিল। তাই মূৰটো এইবাৰ ওপৰলৈ তুলিলে। ওঁঠদুটা মেল খাই আছিল। হাত দুখন দুয়ো কান্ধৰ পৰা অবশভাবে ওলমি পৰিছিল। নিষ্প্ৰভ চকুযুৰিৰে তাই একেথৰে সন্মুখৰ পিনে চালে। চকুৰে কিবা দেখিছিল নে নাই সন্দেহ।

"সিহঁতক এচেলেক এচেলেক চুমা খুৱাই দিয়া। আহ, গিৰিয়েকজনক কি চাবা! হাঃ হাঃ হাঃ।"

"নতুনকৈ বিয়া সোমালা, এবাৰ চুমাখাই আমাক নেদেখুওৱা জানো?" নিকোলাই পেট্ৰোভিচে ক'লে। কথাষাৰ শুনাৰ লগে লগে হাঁহিত ষ্টেচনমাষ্টৰ ভৰিৰ ওপৰত থিয়হৈ থাকিব নোৱাৰা হ'ল। তেওঁ গছৰ গুৰি এটাত আঁউজি বহি পৰিল। বাল্টিৰ ধম্ধম্, পেঁপাৰ পেঁ পেঁ শব্দ অবিৰাম চলিল। লুকাই নাচি, জপিয়াই কিবাকিবি গালে; নিকোলোই পেট্ৰোভিচে সুহুৰি বজাই গাল ওফোন্দালে।

গোমোজোভ সি থকা কুঠৰীৰ দুৱাৰ মুখ পালেগৈ আৰু ভিতৰলৈ সোমাই গ'ল। এৰিনা বাহিৰত অকলশৰে থাকিল, তাইৰ চাৰিফাল এদল বন্য মানুহ। চিঞঁৰি চিঞঁৰি হাঁহি হাঁহি, তাইৰ কাণত সুহুৰি বজাই বজাই, তাইৰ চাৰিওফালে জপিয়াই জপিয়াই মানুহখিনি আনন্দত মত্ত হৈ উঠিছিল। তাই সিহঁতৰ মাজত থিয় হৈ থাকিল। মুখত কোনো ভাবৰ স্পন্দন নাছিল। মলিন, অপৰিচ্ছন্ন, নিশ্চল মানুহজনী থিয় হৈ থাকিল এটি মৰ্মভেদী, অসঙ্গত পৰিস্থিতিৰ মাজত।

"তাইক অকলে এৰি দৰাজনচোন পলাল", ষ্টেচনমাষ্টৰে এৰিনাৰ পিনে আঙুলিয়াই ঘৈণীয়েকক চিঞঁৰি ক'লে। হাঁহিৰ কোবত তেওঁৰ বুকুখন হালি আহি আঠুত লাগিল।

এৰিনাই খন্তেকলৈ তেওঁৰ পিনে মূৰ তুলি চালে। ঘৰবোৰ পাৰ হৈ বিস্তীৰ্ণ তৃণভূমিৰ পিনে খোজ ললে। চাৰিওপিনৰ পৰা হাঁহি-খিকিন্দালি আৰু চিঞঁৰৰ জোৱাৰ উঠিল।

"হৈছে আৰু। তাইৰ পিছ এৰা", চন্যাই চিঞঁৰি ক'লে। "তাইক সুস্থিৰ হবলৈ সুযোগ দিয়াচোন। ৰন্ধাবঢ়াতো তায়েই কৰিব লাগিব, কেলৈ পাহৰি গৈছা ?"

এৰিনাই স্তেপ ভূমিৰ ভিতৰলৈ গৈয়ে থাকিল। ষ্টেচনৰ সীমা ৰেখা পাৰ হৈ তাই ওখোৰামোখৰা ঘাঁহবননি পালেগৈ। এৰিনাই লাহে লাহে খোজ পেলাইছিল, কিবা চিন্তাত যেন তেনেই ডুব গৈছিল।

এই নিঠুৰ ধেমালিত যোগদিয়াবোৰে তেওঁলোকে পাতি দিয়া নব-দম্পতীৰ আচৰণৰ ৰসাল অংশ বিলাকৰ বিতং বিৱৰণ ইটোৱে সিটোক মনত পেলাই দিছিল। "কি ? কি কৰিছিল ?" ষ্টেচন-মাষ্টৰে ৰসৰ সন্ধেদ পালে মাজে মাজে সুধি লৈছিল। প্ৰত্যেক-জনেই হোহোকৈ হাঁহিছিল। আনকি নিকোলাই পেট্ৰোভিচেও তেওঁৰ সেই অমূল্য জ্ঞানবাণীসমূহৰ এবাৰ শুনোৱাৰ সুযোগ পাইছিল। "হাঁহিবলগীয়া কথাত হাঁহিলে কোনো অপৰাধ নহয়", এইবাৰ তেওঁ চন্যাক কৈছিল। অৱশ্যে তাৰ লগতে সতৰ্কবাণী হিচাবে যোগ-দিছিল, "কিন্তু বৰ বেছিকৈ হাঁহা আকৌ বেয়া ."

সিদিনা ষ্টেচনত হাঁহিৰ খলকনি উঠিছিল। এৰিনা ৰন্ধাবঢ়া কৰিবলৈ উভতি অহা নাছিল। ষ্টেচনমাষ্টৰৰ ঘৈণীয়েকৰ গাতে সেই ভাৰ পৰিল। দুপৰীয়াৰ খোৰাবোৰা বৰ বেয়া হ'ল। কিন্তু বেয়া আহাৰেও এওঁলোকৰ মনৰ আনন্দত চেঁচা পানী ঢালিব নোৱাৰিলে। কামলৈ যোৱাৰ সময় নোহোৱালৈকে গোমোজোভে কুঠৰীৰ পৰা বাহিৰ ওলোৱা নাছিল। সি বাহিৰলৈ ওলাই অহাত ষ্টেচনমাষ্টৰৰ অফিচলৈ তাক মাতি নিয়া হ'ল। নিকোলাই পেট্ৰোভিচে সিনো কেনেকৈ এই 'সুন্দৰী'জনীক জয় কৰিলে তাক পেচিপেচি সুধিলে। লুকা আৰু ষ্টেচনমাষ্টৰৰ আমোদৰ অন্ত নোহোৱা হ'ল।

"প্ৰলোভন আৰু পতনৰ এনেকুৱা অনন্যসাধাৰণ কাহিনী মই আৰু কেতিয়াও শুনা নাই", নিকোলাই পেট্ৰোভিচে ষ্টেচনমাষ্টৰক ক'লে।



"পতন বুলিও বৰ সাংঘাটিক পতন", অলপ বেকাকৈ হাঁহি গম্ভীৰ মানুহটো হৈ গোমোজোভে ক'লে। সি ভালকৈয়ে বুজিছিল, তাৰ বৰ্ণনাৰে এৰিনাক যদি হাস্যাস্পদ কৰি তুলিব পাৰে, তেনে-হলে তাৰ ভাগত ঠাট্টা-বিদ্ৰূপৰ অংশ বেছি নপৰিব।

"প্ৰথমতে তাই মোৰ পিনে চাই চাই কেৱল চকু টিপিয়াইছিল।" সি ক'লে।

"চকু টিপিয়াইছিল ? হোঃ হোঃ হোঃ নিকোলাই পেট্ৰোভিচ কল্পনা কৰকচোন তাইৰ চকুৰ টিপ ! মানুহ একেবাৰে জহিপমি যাব।"

"হয়, চকু টিপিয়াইছিল। মনতে ক'লো 'টেঙৰী, তোৰ মতলবটো গম পাওঁ'। তাৰ পিছত তাই মোক কলে, "লাগে যদি মই তোমাৰ কাৰণে চোলা চিলাই কৰি দিব পাৰোঁ।"

"কিন্তু বেজীটোত মনটো নাছিল", নিকোলাই পেট্ৰোভিচে মন্তব্য কৰিলে। ব্যাখ্যা হিচাবে ষ্টেচনমাষ্টৰক কলে ঃ সেইবাৰ, আপুনি বোধহয় জানে, নেক্ৰাচভ্ৰ কবিতা এটিৰ এফাকি। বাৰু, কৈ যোৱা গোমোজোভ।

গোমোজোভে কৈ গ'ল। প্ৰথমতে তাৰ অলপ খোকোজা লাগিছিল। কিন্তু মিছাবোৰ কৈ কৈ তাৰ সাহস বাঢ়িল। সি দেখিলে মিছা কথাই তাক ভালকৈয়ে সহায় কৰিছে।

ইপিনে যাকলৈ ইমান কথাবতৰা সেই এৰিনা আছিল স্তেপ ভূমিত বাগৰি। তৃণভূমিৰ বহু ভিতৰলৈ খোজ কাঢ়ি কাঢ়ি তাই গৈ আছিল। দুৰ্বহ বেদনাত মাটিত বাগৰি দিছিল আৰু অকণো লৰচৰ নকৰাকৈয়ে তাই পৰি আছিল। আকাশ আছিল অতি নিৰ্মল, সূৰ্য্য অতি প্ৰখৰ। আকাশৰ চকু ছাট মাৰি ধৰা পোহৰ এৰাবলৈ তাই দুয়োখন হাতেৰে মুখখন ঢাকি লৈছিল।

তাইৰ চাৰিওফালে বননিত বতাহৰ ৰিবৃৰিব্ মৃদু আলোড়ন। অন্তৰত লাজ অপমানৰ নিঠুৰ নিষ্পেষণ। অলেখ ফৰিঙৰ অবিৰাম চেঁচেঁ শব্দ চাৰিওফালে। যেন কোনো কাতৰ প্ৰাৰ্থনাৰ ধ্বনি

সেয়া। গোটেইখন উত্তপ্ত হৈ পৰিছিল। বিদ্রূপপূর্ণ মুখ কিছুমান যেন তাইৰ চকুৰ আগত নাচিবলৈ ধৰিলে। কাণ দুখন তাল মাৰি ধৰিলে—হাঁহিৰ শব্দ, পেপাৰ পেঁপেঁ আৰু লুকাৰ তীক্ষ্ণ কণ্ঠস্বৰ। এই সকলোবোৰে আৰু ৰ'দৰ উত্তাপে তাইৰ বুকুখন হেচা মাৰি ধৰিলে। ব্লাউজৰ গাঁথিবোৰ ঢিলাই দি উদং গাটোত ৰ'দ লগালে। এতিয়া সহজে উশাহ নিশাহ লব পাৰিব বুলি তাইৰ আশা হ'ল। চেঙচেঙীয়া ৰ'দে তাইৰ গাৰ ছাল দেই পুৰি নিলে। উত্তপ্ত কিবা এটাই যেন তাইৰ বুকুৰ ভিতৰখন বিন্ধি গ'ল। তাই ফোপাই ফোপাই উশাহ লবলৈ ধৰিলে।

"প্ৰভু, দয়া কৰা……" মাজে মাজে তাই বিৰবিৰকৈ কৈ উঠিছিল।

কিন্তু বননিৰ মৃদু আলোড়ন আৰু ফৰিঙৰ চেঁচেঁৰ বাহিৰে আন একো উত্তৰ তাই পোৱা নাছিল। ঢৌ খেলি থকা বননিৰ ওপৰলৈ মূৰ তুলি তাই দেখিলে সোণালী আভাৰ প্ৰসাৰ, দেখিলে ষ্টেচনৰ সিফালে ওখকৈ আকাশলৈ সোমাই যোৱা পানীৰ টেঙ্কটো আৰু দেখিলে ষ্টেচনৰ ঘৰবোৰৰ মূধচ। আকাশৰ নীলা আবৰণেৰে ঢাকি থোৱা এই বিস্তীর্ণ সমতলত আৰু একোৱেই নাছিল। এৰিনাই অনুভব কৰিলে যেন তাই এই বহল পৃথিবীত অকলেই আছে। সুবিশাল পৃথিবীৰ কেন্দ্ৰটোতে তাই অকলশৰে আছে; কোনো নাহে নির্জনতাৰ এই অসহনীয় বোজা পাতলাবলৈ। কোনোৱে নাহে…… কেতিয়াও।

গধূলিপৰত তাই কাৰোবাৰ চিঞৰ শুনিলে ঃ

"এৰিনা! এৰিনা, গৰুজনী কৰবাৰ!"

এটা মাত লুকাৰ আনটো আছিল সৈনিকজনৰ। তৃতীয় এজনৰ এষাৰমাত শুনিব বুলি তাই আশা কৰিছিল। কিন্তু সেই মাতষাৰ তাই নুশুনিলে। ধাৰাসাৰে চকুৰ পানী বসন্তৰ দাগ অঁকা গালেৰে বৈ গৈ বুকুত পৰিল। অন্তৰৰ জ্বালাই তাইক ক্ৰমে বেছিকৈ পীড়িলে। তাই অন্তৰ্দাহ শাঁত পেলাবলৈ কান্দোনৰ



লগে লগে উন্মুক্ত বুকুখন শুকান উত্তপ্ত মাটিত ঘঁহিবলৈ ধৰিলে। পাৰেমানে কান্দিলে। অলপ পিছত কন্দা বন্ধ হ'ল। উচুপনিৰ শব্দবোৰো সংযত কৰিবলৈ তাই চেষ্টা কৰিলে। কোনোবাই সেই-বোৰ শুনি উচুপিবলৈ নিষেধ কৰিব বুলি যেন তাই ভয় খাইছিল।

এন্ধাৰ হ'ল। তাই উঠিল, লাহে লাহে ষ্টেচনৰ পিনে খোজ ললে।

তাই ষ্টেচনৰ ঘৰবোৰৰ ওচৰ পালেহি। এটা ঘৰৰ দেৱালত আঁউজি এৰিনা থিয় হৈ থাকিল। স্তেপভূমিৰ পিনে চাই চাই তধা লাগিল তাই। এখন মালগাড়ী আহিল আৰু গুছি গ'ল। লুকাই তাইৰ লাজ-অপমানৰ কাহিনীটো গার্ডবোৰৰ আগত বৰ্ণালে। কথাবোৰে তাইৰ কাণত ঠহৰ ঠহৰকৈ বিন্ধিলে। গার্ড-বোৰৰ হাঁহিৰ খলকনি উঠিল। স্তেপভূমিৰ বহু ভিতৰলৈ, য'ত হয়তো তৃণ ভূমিৰ এন্দুৰবোৰে ইটোৱে সিটোৰ পিনে সহজ ভাবে ভুমুকিয়াইছে, তেনেকুৱা ভিতৰুৱা ঠাইলৈ সিহঁতৰ হাঁহিৰ ঢৌ বাগৰি গ'ল।

"হে দয়াময় প্ৰভু, চকুমেলি চোৱা", এৰিনাই হুমুনিয়াহ কঢ়িলে। তাইৰ দেহটো দেৱালত হেচি ধৰিলে। কিন্তু হুমুনিয়াহে তাইৰ অন্তৰৰ বেদনাৰ বোজা অকণো পাতলাব নোৱাৰিলে।

ৰাতি পুৱাৰপিনে তাই ষ্টেচনৰ মূধচৰ সৰু কুঠৰীটোলৈ উঠি গ'ল আৰু কাপোৰ মেলি দিয়া তাঁৰত ফাঁচী লগাই ওলমি থাকিল।

মৰাশটোৰ গোন্ধ পাই দুদিন পিছত বিচাৰখোচাৰ কৰোঁতে তেওঁলোকে এৰিনাক পালে। প্ৰথমতে তেওঁলোকে ভয়খালে, তাৰ-পিছত এই ঘটনাৰ কাৰণে কাক দোষী কৰা যায় আলোচনা কৰিবলৈ ধৰিলে। নিকোলাই পেট্ৰোভিচে অকাট্য যুক্তিৰে প্ৰমাণ কৰি দেখুৱালে, গোমোজোভেই দোষী। ষ্টেচনমাষ্টৰে গোমোজোভক ভালকৈ এঘোঁচা সোধালে তাৰু তাক এই সম্বন্ধে পেল্‌পেলাই নুফুৰিবলৈ সাৱধান কৰি দিলে।

চৰকাৰী চাকৰিয়ালে আহি তদন্ত কৰিলে। তেওঁলোকে আৱিষ্কাৰ কৰিলে, এৰিনা হেনো মানসিক অবসাদত ভুগিছিল। ৰেলৰেৰ বন্ধুৱা কেইজনমানৰ হতুৰাই কঢ়িয়াই নি তাইৰ মৃতদেহটো স্তেপভূমিত কবৰ কিয়া হ'ল। ইয়াৰ পিছত, ষ্টেচনটোত পুনৰ শান্তি আৰু শৃঙ্খলা বিৰাজ কৰিবলৈ ধৰিলে।

ষ্টেচনৰ অধিবাসীবিলাকে পুনৰ দৈনিক চাৰি মিনিটৰ সেই মুখৰ জীৱন যাপন কৰিবলৈ ধৰিলে। নিৰ্জনতা আৰু বিৰক্তিয়ে তেওঁলোকক আগৰদৰেই জুৰুলা কৰিলে। গৰম আৰু অলসতাই অধীৰ কৰি তুলিলে। আগৰদৰেই তেওঁলোকক পিছত এৰি থৈ দ্ৰুতবেগে গুচি যায় ৰেলগাড়ীবোৰ। ঈৰ্ষাপূৰ্ণ দৃষ্টিৰে ৰ লাগি চাই থাকে তেওঁলোকে।

……আৰু জাৰকালি যেতিয়া স্তেপভূমিৰ ভিতৰৰ পৰা বৰফৰ চেকুৰা কঢ়িয়াই অন্তৰ কঁপাই যোৱা সোঁ সোঁ শব্দেৰে ব্লিজাৰ্ড বয়, তেতিয়া সৰু ষ্টেচনটো আগতকৈও নিৰ্জন, আগতকৈও গোমোঠা হৈ পৰে।



# নীলা চকুৰ ছোৱালীজনী

## মেক্সিম গৰ্কী

থানাৰ অফিচ ঘৰ। ভিতৰখন এন্ধাৰ আৰু গেজমৰা। সহকাৰী পুলিচ বিষয়াজনে অফিচত বহি খিৰিকীখনেদি চোতালৰ পিনে পোন্দোৰাকৈ চাই আছিল। মাজে মাজে তেওঁ নিজৰ গোফকোচাত পাক দিছিল। পদচিব্লো ইউক্ৰেইনৰ মানুহ। সুঠাম দেহ। কিন্তু মুখত বিষন্ন ভাব। অফিচ ঘৰৰ ভিতৰত কাৰো মাত নাই। ঘড়ীৰ দোলকডালে মাথোন একেৰাহে মিনিটবোৰ লেখি লেখি কোঠাটোৰ নীৰবতা ভাঙিছে। বাহিৰৰ বাকৰিখন ধুনীয়া লাগিছে— বে'চ পোহৰ। সোঁ-মাজতে থূপ খাইছে তিনিজোপা জোপোহা গছৰ ডাঠ ছাঁ। কুখাৰিন এই থানাৰে এজন চিপাহী। সি কামৰপৰা আহিয়েই ছাঁ পৰি থকা কোমল বননিডৰাত বাগৰ দিলেহি। পুলিচ অফিচাৰ পদচিব্লো খঙত টিক্‌চি-বিক্‌চি উঠিল। তেওঁৰ তলতীয়া চিপাহী এটাই শুই থাকিব আৰু লোহাৰ চাৰিবেৰৰ চেপাত হতভগীয়া অফিচাৰে অন্ধকূপত বহি দুৰ্গন্ধ লব! আঃ, কি আৰাম! তেওঁ নিজে সেই উপভোগৰ কথা কল্পনা কৰিলে। সময় আৰু সন্মানে যদি তেওঁকো তেনেকৈ সুকোমল ছাঁৰে ঢকা বননিৰ কোলাত শুবলৈ

সুযোগ দিলেহেঁতেন! এই ভাৱনাই নিমিষতেই পদচিল্লোৰ মনৰ কোণত জলাই তুলিলে ঈৰ্ষাৰ একুৰা জুই। কুখাৰিন চিপাহীক জগাই দিবলৈ প্ৰবল ইচ্ছা জন্মিল।

"হেই! গৰু! হেই কুখাৰিন!" তেওঁ গৰ্জ্জি উঠিল।

পিচপিনৰ দুৱাৰখন মেল খালে। কোনোবা এজন অফিচলৈ সোমাই আহিল। পদচিল্লোৰ কিন্তু তালৈ ভ্ৰূক্ষেপ নাই। আগন্তুকৰ পিনে এবাৰ ঘূৰিও নাচালে। দুৱাৰদলিত কাৰ ভৰিৰ শব্দ বা কোন থিয় হৈছেহি, সেই কথা জানিবলৈ লেশমাত্ৰও কৌতূহল নজন্মিল। খিৰিকীখনৰ মাজেদি তেতিয়াও বাহিৰফালে তেওঁৰ স্থিৰ দৃষ্টি। কুখাৰিণৰ কিন্তু অফিচাৰৰ সেই ধমকনিত অলপো গা নলৰিল। মূৰৰ তলত হাত দুখন থৈ টোপনিত সি লালকাল। দাড়িবোৰ আকাশমুৱা। তলতীয়া চিপাহীটোৰ নাকৰ সবল নিশ্বাস যেন পদচিল্লোৱে শুনিবলৈ পালে। এয়া যেন পুলিচ বিষয়াজনক তন্দ্ৰাচ্ছন্ন কৰিবলৈ সিয়াঁৰি প্ৰলোভিত কৰাৰ প্ৰচেষ্টা। কিন্তু টোপনিয়াব নোৱাৰি অফিচাৰজন খঙত অধীৰ হৈ উঠিল। তেওঁৰ প্ৰবল ইচ্ছা হ'ল,—ওলাই গৈ যেন এতিয়াই কুখাৰিণৰ বৰ পেটটোত ভালকৈ এগোৰ সোধাই দিব আৰু দাড়ি আঁজুৰি তাক ছাঁৰপৰা চেংচেঙীয়া ৰ'দলৈ চোচোৰাই টানি আনিব।

"অ'ই, মৰ টোপনিয়ে ধৰিছে! শুনা নাই?"

"হ'জুৰ মইহে......এতিয়া কামত আছোঁ।"—পাচফালৰ পৰা লাহেকৈ এটা মাত শুনা গ'ল।

চিপাহী এজনে ত-তকৈ ভেবা লাগি ৰৈ আছিল হ'জুৰৰ আজ্ঞা পালনৰ কাৰণে। আদেশ পালেই যাবলৈ সাজু। পদচিল্লোৱে তাৰ পিনে ঘোপা চকুৰে উভতি চালে।

"মই তোক মাতিছিলো নে কি?"

"নাই, হ'জুৰ!"

"মই তোক বিচাৰিছো জানো?"—পদচিল্লোৱে এইবাৰ ধমক দিলে আৰু চকীখন ঘূৰাই বহিল।



"নাই......হ'জুৰ!"

"তেনেহলে বাহিৰত মৰগৈ। নহলে মূৰৰ খোলা ভাঙিম!" তেওঁৰ বাওঁহাতখনে মেজৰ ওপৰত কিবা এটা বিচাৰিলে। সোঁ হাতেৰে চকীৰ পাছফালে জোৰেৰে খামুচি ধৰিলে। কিন্তু চিপাহীজন ইতিমধ্যে দুৱাৰখনেদি চাপৰি ওলাই গ'ল। তাৰ এনে ধৰণৰ প্ৰস্থান পদচিল্লোৱে ভাল নেপালে। তেওঁ অপমান বোধ কৰিলে। অসাৰ কল্পনা, কৰ্ত্তব্য, আহিব ধৰা মেলা আৰু বহুতো অশান্ত চিন্তাই অজানিতেই তেওঁক প্ৰৰোচিত কৰিলে। মনৰ উগ্ৰ প্ৰবৃত্তিটো জাগ্ৰত হৈ উঠিল।

"এই, ঘূৰি আহ!"—দুৱাৰখনেদি চিঞৰি দিলে পুলিচ বিষয়াজনে। চিপাহীটো উভতি আহিল আৰু দুৱাৰদলিত মূৰ্ত্তিৰ দৰে থৰ লাগি থাকিল। তাৰ চকুৱে-মুখে ভয়ৰ ভাব।

"অ'ই অলগৰ্দ্ধ!"—পদচিল্লো গৰজি উঠিল।—"যা, সেই কুখাৰিন গাধটোক জগাই দেগৈ। আৰু তাক কবি—থানাৰ বাকৰিখন টোপনি মৰাৰ জাগা নহয়। তোৰ লগতে এতিয়াই লৈ আহগৈ।"

"ভাল হ'জুৰ। হেৰি, এজনী মানুহে বিচাৰিছে—"

"কোনে?"

"মাইকী মানুহ এগৰাকীয়ে"—

"কেনেকুৱা মানুহজনী?"

"ওখ ডাঙৰ, হ'জুৰ"—

"গজমূৰ্খ! তাইক কি লাগে?"

"আপোনাক দেখা কৰিব খোজে—"

"কিহৰ কাৰণে সুধি আহ।—যা।"

"মই সুধিছিলো হ'জুৰ! একো নকলে। আপোনাৰে সৈতেহে বোলে তাই কিবা কব খোজে—নিজে।"

"আপদীয়া মাইকীচৰ! তাইক আহিবলৈ ক। মানুহজনী ডেকেৰী নে কি?

"হয় হজুৰ।"

"বাৰু, লৈ আহ এতিয়াই। বেগাই যা আকৌ।" পদচিন্নোৰ কথাৰ সুৰ আগতকৈ মিহি, নিমজ। তেওঁ পোন হৈ বহিল। মেজৰ ওপৰৰ কাগজ-পত্ৰবোৰ লুটিয়ালুটি কৰিবলৈ লাগিল। মুখত গম্ভীৰ ভাৰ; চকুত কৰ্ম্মৰত বিষয়াৰ কঠোৰ দৃষ্টি।

পাছফালে কোনোবা তিৰোতাৰ স্কাৰ্টৰ খম্ খম্ শব্দ তেওঁৰ কাণত পৰিল।

"মই তোমাৰ কাৰণে কি কৰিব পাৰোঁ?"—পদচিন্নোৰে মানুহজনীৰ পিনে কেৰাহিকৈ ঘূৰি চালে আৰু তাইক বুজিবলৈ চেষ্টা কৰিলে। তিৰোতাগৰাকীয়ে কোনো কথা নোকোৱাকৈয়ে মুৰ দোঁৱালে। তাৰ পাচত মেজখনৰ কাষলৈ লাহে লাহে আগ বাঢ়িল আৰু তাই অফিচাৰজনলৈ চাই থাকিল। গাম্ভীৰ্য্যভৰা নীলা চকুযুৰি। বৈ পৰা চেলাউৰি। গাত সাধাৰণ সাজপাৰ। কম দামী। নিম্ন মধ্যবিত্ত শ্ৰেণীৰ এগৰাকী মহিলা যেনিবা। মূৰত এখন শ্বাল—কান্ধত মুগা বৰণৰ ফটা-চিটা কাপোৰ। সৰু হাত দুখনিৰ মিহি আঙুলিকেইটাৰে তাই কাপোৰখনৰ আঁচল দুটা লিৰিকি বিদাৰি আছিল। মানুহজনী ওখ, গা আঁটিল আৰু ভৰা বুকু। কপালখন বহল। সাধাৰণ তিৰোতাতকৈ বেছি গহীন আৰু নিৰ্ভীক। বয়স প্ৰায় সাতাইশমান যেন লাগে। খোজ কাটল গম্ভীৰ, জুখি জুখি খোজ দিয়ে। তাই যেন নিজকে কয়ঃ ময়ে কিজানি……

"বে'চ বঢ়িয়া মাল!" প্ৰথম চাৱনিতে পদচিন্নোৰে ভাবিলে। "সেই গণ্ডগোল কৰতীহঁতৰ এজনী।"

"মই জানিব খোজোঁ…" তাই গহীনাই কথাষাৰ আৰম্ভ কৰি থমকি ৰ'ল। তাইৰ নীলা চকু দুটা অনিৰ্দ্দিষ্টভাবে পুলিচ বিষয়া জনৰ মুখৰ ওপৰত নিৰন্ধ হৈ থাকিল।

"তুমি কি জানিব বিচাৰিছা? বহাচোন, বহা।" পদচিন্নোৰে অফিচাৰৰ সুৰত মাত দিলে। তেওঁ মনতে গুণাগঁথা কৰিলেঃ বেচ সুন্দৰী,—টুপটুপীয়া একেবাৰে।



"মই সেই কাৰ্ডবোৰৰ কাৰণে আহিছোঁ।" তিৰোতাগৰাকীয়ে মাত দিলে।

"ঘৰৰ কাৰ্ড?"

"ওঁহো, নহয়।"

"কি তেনেহলে?"

"সেই, সেইবোৰ। হেৰিবোৰ দিয়ে যে……তিৰোতা মানুহক"—তাইৰ কথাবোৰত খোকোজা লাগিছিল। লাজত ৰঙা-চিঙা পৰি গৈছিল।

"কিহৰ কথা কৈছা? কেনেকুৱা তিৰোতাক দিয়ে?" পদচিন্নোৰে মানুহজনীক সুধিলে। তেওঁৰ চকুৰ চেলাউৰি ওপৰলৈ কোচ খালে। ধেমালিতে তেওঁ এবাৰ মিচিকিয়াই হাঁহিলে।

"মানে, বেলেগ ধৰণৰ—বাটে পথে ঘূৰি ফুৰোঁতা—ৰাতি।"

"ৰ'বা, ৰ'বা। তুমি তাৰ মানে গণিকাৰ কথা কৈছা?"—মুখৰ বিকৃত ভঙ্গীত তেওঁৰ দাঁত ওলাই পৰিল।

"হয়, মই সেই কথাই কৈছোঁ।" মানুহজনীয়ে এটা দীঘল হুমুনিয়াহ পেলালে। মুখত হাঁহিৰ খীণ বিৰিঙণি এটিও দেখা গ'ল। প্ৰকাশ কৰিব নোৱাৰা শব্দটো উচ্চাৰিত হোৱাত তাই যেন সকাহ পালে।

"নাম কৰ নোখোজা। ওঁ, বাৰু—" কিবা এটা উত্তেজনাৰ আশাত তেওঁ আকৌ ক'লে।

"সেই কাৰ্ডৰ কাৰণে মই আহিছোঁ।" কথাষাৰ কৈ মানুহজনী চকীখনত বহিল আৰু এটা হুমুনিয়াহ কাঢ়িলে। তাই মূৰটো বৰকৈ জোকাৰিলে,—যেন কোনোবাই তাইক খুন্দাহে মাৰিছে।

"মই বুজিছোঁ। অৰ্থাৎ তুমি এখন বেশ্যালয় পতাৰ কথা ভাবিছা। হুঁ!"

"নহয়, মোৰ নিজৰ কাৰণেহে এখন কাৰ্ড বিচাৰিছোঁ।" তাই তলমূৰ কৰি ৰ'ল।

"কিয়, তোমাৰ পুৰণা কাৰ্ড কি হ'ল?" কথাষাৰ সোধাৰ

লাচতে পদচিল্লো তাইৰ কাষলৈ চাপি আহিল। তাইৰ কঁকালটো সাৰটি ধৰিবলৈ তেওঁ হাত মেলিলে। এটা চকুৰে দুৱাৰৰ পিনে লক্ষ্য ৰাখিলে।

"কি পুৰণি কাৰ্ডৰ কথা কৈছে? মই একো পোৱা নাই।" তাই অফিচাৰজনৰ ফালে মুহূৰ্ত্তৰ কাৰণে চালে। কিন্তু তেওঁৰ হাতৰ পৰশ এৰাবলৈ কোনো চেষ্টা নকৰিলে।

"তাৰ মানে তুমি গোপনে চলাইছিলা। ৰেজিষ্টাৰী নকৰাকৈয়ে—নহয় জানো? কিছুমানে তেনেকৈ কৰে। পিছে, তুমি এতিয়া ৰেজিষ্টাৰী কৰিব খোজা? ভাল কথা। ই বেছি নিৰাপদ।" পদচিল্লোৱে উত্তেজনাত কৈ যায়। তাইৰ প্ৰতি বেছি আকৃষ্ট হৈ পৰে।

"মই এনে কাম আগেয়ে কেতিয়াও কৰা নাছিলোঁ।" তাই ঘপহ কৰে কথাষাৰ ক'লে আৰু তলমূৰ কৰিলে।

"সঁচাকৈয়ে? কেনেকৈ হ'ল বাৰু? মই বুজি পোৱা নাই।" পদচিল্লোৰ কান্ধখন শিয়ঁৰি উঠিল।

"মই তাকে ভাবিছোঁ। এই মেলালৈ মই প্ৰথম প্ৰথম আহিছোঁ।" তিৰোতাগৰাকীয়ে বিনীত সুৰত কথাষাৰ ক'লে। তাইৰ চকু দুটি তেতিয়াও ওপৰলৈ তুলিব পৰা নাছিল।

"অ' হয় নে কি!"—পদচিল্লোৱে তাইৰ ককালৰপৰা হাতটো আঁতৰাই আনিলে। চকীখন পিচ হোহঁকাই আউজি বাঁহ হতভম্ব হৈ গ'ল।

কিছুমান নীৰৱ মুহূৰ্ত্ত বাগৰি গ'ল।

"ওঁ, কথাটো তেনেহে—হুঁ! তোমাক লাগেই······পিছে, ই ঠিক নহয়। আৰু কঠিনো। বুজিছা—কথা হ'ল এই কাম অতি আচৰিত ধৰণৰ। আচল কথা ক'বলৈ গলে, তুমি এই কামলৈ কিয় আহিছা মই কব পৰা নাই। অৰ্থাৎ তুমি কোৱা কথা যদিহে সত্য হয়, তেন্তে······"

অভিজ্ঞ পুলিচ অফিচাৰ হিচাবে তেওঁ কথাটো সচাঁ বুলি



বুজিছিল। সেই প্ৰসিদ্ধ প্ৰবৃত্তিৰ সভ্যা হবলৈ তাইৰ গুণাগুণে নকয়। এজনী গণিকাৰ মুখৰ চেহেৰা আৰু চালচলনত সেই ব্যৱসায়ৰ সচৰাচৰ চাব মৰা কোনো বিশেষ চিন এই তিৰোতা-গৰাকীৰ ক্ষেত্ৰত পৰিলক্ষিত হোৱা নাছিল—যিমানেই তাই অন-ভিজ্ঞ হওক লাগিলে।

"মোৰ কথা একেবাৰে সঁচা।" বিশ্বাসভাজন হিচাবেই তেওঁৰ কাষ চাপি মানুহজনীয়ে আকৌ ক'লে। "এই ঘৃণনীয় কাম কৰিবলৈ মনতে এবাৰ পাঙিছোঁ। যেতিয়া, কেতিয়াবা মিছাৰ আশ্ৰয় লম জানো? নিশ্চয় নলওঁ। কিন্তু মই পইচা উপাৰ্জ্জন কৰিব লাগে। মই এজনী বিধৱা। মোৰ স্বামী আছিল ভাপনাওঁৰ এজন চালক। যোৱা এপ্ৰিল মাহত বৰফ খহি তেওঁ পানীত বুৰি মৰিল। মোৰ দুটি পোনা আছে। এটি ন-বছৰীয়া লৰা আৰু আনটি সাত-বছৰীয়া অকণমানি ছোৱালী। কিন্তু মোৰ ধন-বিত নাই। মিতিৰ-কুটুমো নাই। বিয়াৰ সময়ত মই নিজেও আছিলোঁ এজনী মাউৰী। মোৰ স্বামীৰ আত্মীয়-স্বজন আছে। বহুদূৰত। তেওঁ-লোকে মোক কেতিয়াও ভাল নাপায়। তেওঁলোক অৱস্থাপন্ন লোক। মোক তেওঁলোকে মগনীয়া বুলি ভাবে। মই কাৰ ওচৰত হাত পাতিম? কাম কৰিবলৈ অৱশ্যে মই যাব পাৰোঁ। কিন্তু মোক বহুত ধন লাগে। আগে পিছে যিমান ঘটিছোঁ, তাতকৈ অনেক বেছি। মোৰ লৰাটো স্কুলত পঢ়ে। তাক বিনা মাছুলে পঢ়ুৱা-বলৈ কাৰোবাক খাটিম বুলি মনে মনে ভাবোঁ। কিন্তু কোনেইবা শুনিব মোৰ দৰে নিঃকিন অভাগিনীৰ কাকুতি! বেচেৰা পোনাটিৰ পঢ়াশুনাত কিমান যে ধাউতি! তাক স্কুল এৰুৱালে খুব অন্যায় কৰা হব। এধানি ছোৱালীজনীকো—চব ৰকমৰ বস্তু লাগে। সৎ কাম-কাজ এটা কৰিবলৈকো বিচাৰি নাপাওঁ। কেতিয়াবা কিবা এটা পালেও, তাৰে কিমাননো ধন ঘটিম? আৰু, মই কি কামৰে বা লায়ক। ৰান্ধনী কাম? মাহেকত যেনিবা পাঁচ ৰুবল পালোঁ। তাৰে কিটো হব?— একোৰেই ততৰ নমৰে। আনফালে

এই ব্যৱসায়ত—ভাগ্যৱতী নাৰী যদি হয়, তেনেহলে তাই এবাৰতে অশেষ ধন ঘটিব পাৰে,—সুদীৰ্ঘ এটা বছৰ তাইৰ পৰিয়ালক পোহপাল দিয়াৰ জোখাৰে। আমাৰ লগৰে এজনী তিৰোতাই যোৱা মেলাত চাৰিশৰো ওপৰ কবল পাইছে। সেই ধনেৰেই তাই বন বিভাগৰ ৰখীয়াজনৰ লগত বিয়া সোমাইছে। এতিয়া তাই ভদ্ৰমহিলাৰ নিচিনাকৈ জীৱন কটাইছে। বে'চ, সংসাৰ চলিছে। লাম্পোনৰ কাৰণে তেনে নকৰা হলে আক্ষেপ কৰিব লাগিলহেঁতেন। আপুনি নিজে বিচাৰ কৰি চাওক। মোৰ বোধেৰে এইবোৰ ভাগ্যৰ কথা। কপালেই হৈছে আচল। এই ধাৰণা মোৰ মনত শিপাইছে যেতিয়া মই মোৰ বাটেৰে যাবই লাগিব। ভাগ্যই মোক এনে অৱস্থালৈ নমাইছে। মই যদি ধন ঘটিব পাৰোঁ, খুব ভাল কথা। আৰু যদি মোৰ জীৱনলৈ দুখ-অপমানৰ বাহিৰে আন একো নাহে, তেনেহলে সিও মোৰ কপাল। মই এনেকৈয়ে ভাবি লৈছোঁ।"

তাইৰ প্ৰতিটি কথা পদচিন্নোৱে উপলব্ধি কৰিলে। তাইৰ গোটেই মুখখনেই যেন কথা কৈছিল। প্ৰথমতে তাইৰ মুখত ভয়ৰ ভাৱ দেখা গৈছিল। কিন্তু লাহে লাহে ই ৰূপ সলালে। দৃঢ় প্ৰতিজ্ঞাৰ ভাৱ চকুৱে মুখে ফুটি উঠিল।

সহকাৰী পুলিচ বিষয়াজনৰ মন অশান্তিত ছাটিফুটি লাগিল। তেওঁ অলপ বিব্ৰতবোধ কৰিলে।

এনেকুৱা মাইকীয়ে কোনোবা মুৰ্খৰ সঙ্গ লওক। তেতিয়া তাই তাৰ জীয়াই জীয়াই ছাল বখলিয়াব আৰু তাৰ হাড়ৰ মাজৰ মঙহ আজুৰি টানিব—পদচিন্নোৱে তেওঁৰ ধাৰণাৰ এনে ব্যাখ্যা দিলে। তাইৰ কথা শেষ হোৱাত তেওঁ নীৰসভাবে কলে ঃ

"মই দুখিত। তোমাৰ কাৰণে কিবা এটা কৰি দিবলৈ মোৰ ক্ষমতা নাই। পুলিচ বিভাগৰ বৰমুৰীয়ালৈ দৰ্খাস্ত কৰা। সেয়া তেওঁৰ আৰু মেডিকেল কমিচনৰ কাম। মোৰ কৰিবলগীয়া একো নাই এই বিষয়ত।"



মানুহজনীৰ পৰা অব্যাহতি পাবলৈ তেওঁ উদ্বিগ্ন হৈ পৰিল। লগে লগে তাই থিয় হ'ল আৰু তেওঁৰ পিনে অলপকৈ মূৰ দোঁৱালে। তাৰ পাছত এখোজ দুখোজকৈ দুৱাৰমুখলৈ আগ বঢ়িল। পদচিন্নোৱে তাই যোৱাৰ ফালে চাই থাকিল। তেওঁৰ ওঁঠ দুখন চেপি ধৰিলে, চকু দুটা সৰু হৈ গ'ল। তাইৰ প্ৰতি এটা বিতৃষ্ণাৰ ভাৱত মন ভৰি উঠিল।

"তেনেহলে মই পুলিচ চাহাবৰ ওচৰলৈ যাব লাগিব?"—দুৱাৰমুখৰ পৰা উভতি চাই মানুহজনীয়ে সুধিলে। তাইৰ নীলা চকু দুটিত স্নিগ্ধ-স্থিৰ জ্যোতি। কপালত দকৈ ভাজ পৰা পথালি ৰেখা।

"এৰা, তালৈকে যাব লাগিব।"—পদচিন্নোৱে ঘপহ্ কৰে উত্তৰ দিলে।

"আহোঁ বাৰু তেনে। অশেষ ধন্যবাদ।"—তাই ওলাই গল।

পুলিচ অফিচাৰ জনে মেজৰ ওপৰত তেওঁৰ কিলাকুটি দুটা ৰাখিলে। নিৰলে দহ মিনিটমান বহি কিবাকিবি গুণগুনালে।

"নৰকৰ কীট—হুঃ!" তেওঁ ওপৰলৈ মূৰ নোতোলাকৈয়ে জোৰেৰে ভোৰভোৰালে। "লৰা-ছোৱালী! লৰা-ছোৱালীৰ লগত ইয়াৰ কি সম্বন্ধ? স্পৰ্দ্ধা চোৱা!"

বহুত সময় আকৌ নিৰ্ব্বাক-নিস্পন্দ।

"কিন্তু, জীৱন!—তাই কোৱা কথাই যদি সঁচা হয়······কি বিচিত্ৰ জীৱন! হু--বৰ কঠোৰ মানুহৰ জীৱন।"

খন্তেক ৰৈ তেওঁ মগজুৰ চিন্তাবোৰ জুকিয়াই পেলালে এটা দীৰ্ঘ নিশ্বাসৰ বুকুত। আঙুলিকেইটা ফুটাই পদচিন্নোৱে প্ৰবল আবেগত কৈ উঠিল ঃ

"হাৰামজাদী।"

"হজুৰ, মোক মাতিছে নেকি?" কৰ্ত্তব্যৰত চিপাহীটোৱে মাত লগালে। তাৰ পাচত সি আকৌ দুৱাৰমুখত ৰৈ থাকিল।

"হোঃ?"

"চাৰ, মোক মাতিছিলে নেকি ?"

"বাহিৰ হ !"

"হয় চাৰ।"

"গজমূৰ্খ !" পদচিব্লো দাঁত কৰচি উঠিল আৰু খিৰিকীৰ মাজেৰে বাহিৰলৈ চাই পঠালে।

কুখাৰিন তেতিয়াও বননিত শুই আছিল। কামত থকা চিপাহীটোৱে তাক জগাবলৈ পাহৰি গৈছিল।

কিন্তু পুলিচবিষয়াৰ খং ইতিমধ্যে মাৰ গ'ল। টোপনিত লালকাল দিয়া চিপাহীটো দেখিও তেওঁৰ মনত কোনো প্ৰতিক্ৰিয়া নহ'ল। কিহবাই যেন তেওঁৰ অন্তৰ কঁপাই তুলিলে। তেওঁৰ মনৰ চকুৰ আগত বাৰে বাৰে ভাঁহি উঠিল সেই তিৰোতাগৰাকীৰ নীলা শান্ত চকুযুৰি। দৃঢ়ভাবে ৰ লাগি যেন তেওঁলৈ চাই আছে সেই চকু দুটাই। হতাশাই তেওঁক হেচি ধৰিলে। মনটোত খেলিমেলি লাগি গ'ল।

ঘড়ীটোলৈ চাই পদচিব্লোৱে তেওঁৰ পেটীডাল টানকৈ বান্ধি ললে আৰু অফিচৰ পৰা ওলাই গ'ল।

"মই কোনোবা এদিন তাইক লগ পাম। লগ পাবই লাগিব তাইক।"—তেওঁ মনত গুজৰি উঠিল।

* * *

হলো সেয়ে। এদিন গধূলি সদৰ কাৰ্য্যালয়ৰ বাহিৰত থিয় হৈ কাম কৰি থাকোঁতে পাচ খোজমান আঁতৰত সেই মানুহগৰাকীৰ ওপৰত পদচিব্লোৰ চকু পৰিল। তাই চাৰি আলিৰ ফালে গৈ আছিল। খোজ-কাটলত আগৰ সেই একেই গাম্ভীৰ্য্য। নীলা চকু যুৰিয়ে সমুখৰ পিনে চাই গৈছিল। তাইৰ চেহেৰাটোত যেন কিবা এটা মাধুৰ্য্যসনা। বে'চ ওখ আৰু চকুত লগা। ককাল আৰু বুকুৰ স্পন্দনত কি যেন এটা ছন্দ। চকুত উদাস চাৱনি। সহজে কোনোৱে লাই নাপায়। আগকপালত কোঁচ খোৱা ৰেখাডাল আগতকৈও বেছি স্পষ্ট হৈ পৰিছে। নিজকে যেন তাই ভাগ্যৰ



ওচৰত সঁপি দিছে। মানুহজনীৰ সেই ঘূৰণীয়া ৰাছিয়ান মুখখন পদচিব্লোৱে আগৰবাৰ দেখাতকৈ ভাগি পৰা হেন দেখিলে।

পুলিচ অফিচাৰ জনে গোফ কোচাত পাক দি ললে। মনে মনে তেওঁ কিবা এটা ৰহস্যৰ কথা ভাবিলে আৰু সাৱধানে তাইৰ গতি নিৰীক্ষণ কৰিলে।

"হেই বেটী ৰঃ"--বুলি তেওঁ মনে মনে চিঞৰি দিব বুলি ভাবিলে।

পাঁচ মিনিট পাৰ হল। চাৰি আলিৰ মূৰৰ এখন বেঞ্চত মানুহগৰাকীৰ কাষতে তেওঁ বহি ললেগৈ।

"তুমি মোক চিনি পোৱা নাইনে ?"—এটা মিচিকিয়া হাঁহিৰে তেওঁ সুধিলে।

তাই চকুযুৰি ওপৰলৈ তুলিলে আৰু তেওঁক সম্ভাষণ জনালে।

"হয়, চিনি পাইছো। আপোনাৰ কেনে ?"—নিষ্প্ৰাণ সুৰ তাইৰ কথাষাৰত। তেওঁৰ প্ৰতি তাই হাতখনো আগবঢ়োৱা নাই।

"ভালেই। তোমাৰ কেনে চলিছে ? কাৰ্ড এখন তুমি যোগাৰ কৰিলা জানো ?"

"এয়া আছে।" তাই সেই একেই উদাস মনেৰে পিন্ধা কাপোৰৰ জেপত খচমচ্ কৰি বিচাৰিবলৈ ধৰিলে।

তেওঁ অপ্ৰস্তুত হ'ল।

"নেলাগে,—দেখুৱাবৰ প্ৰয়োজন নাই। মই বিশ্বাস কৰিছো। তাৰোপৰি মোৰ অধিকাৰো নাই—বাৰু, তুমি কেনেকৈ কাৰ্ডখন যোগাৰ কৰিলা ?" প্ৰশ্নটো সোধাৰ লগে লগে তেওঁৰ মনটোৱে গুমৰিলে : মই কালৈ কেৰেপ কৰো ? আৰু এইৰ লগত মোৰ মেৰপকীয়া কথাৰেই বা কি দৰকাৰ ? খাৰাংখাচ কৈ দে পদচিব্লো !

কিন্তু তেওঁ বিনয়ী ভাবেৰে কথা কোৱাটোকে ভাল বুলি ভাবিলে। নিজে স্পষ্টবাদী হব নোৱাৰিলে। তাইৰ গাত কিবা এটা শক্তি যেন নিহিত আছে আৰু সিয়েই কাৰোবাক বাধা দিয়ে কোনো এক বিশেষ কথা ব্যক্ত কৰিবলৈ।

"মই কেনেকৈ চলিছোঁ বুলি সুধিছে?—বেয়া নহয়, এক-বকম"—তাই আধাকোৰাকৈ বৈ গ'ল আৰু লাজত ৰঙাচিঙা পৰি গ'ল।

"ভাল কথা, বেচ। অভিনন্দন। অভ্যাস নোহোৱালৈকে পিছে বৰ কঠিন—মোৰ বোধেৰে, নহয় জানো?"

মানুহজনী হঠাৎ তেওঁৰ ওচৰলৈ চাপি আহিল। তাইৰ মুখখন শেতা পৰি গৈছে,—ওঁঠ দুখন কঁপিবলৈ ধৰিছে। তাই যেন এতিয়াই চিঞৰি উঠিব। কিন্তু মুহূৰ্ত্ততে আকৌ তাই পিছে হুইঁকি আহিল আৰু আগবদৰে গহীন হৈ পৰিল।

"ঠিক কথা। মই অভ্যাস কৰি লম।" তাই সহজভাবে কথাষাৰ কলে। তাৰ পাচত নিজৰ ৰুমালখন উলিয়াই নাকটো মোহাৰিলে।

তাইৰ সান্নিধ্য, চালচলন আৰু শান্ত স্থিৰ চকুযুৰিয়ে পদচিক্লোৰ অন্তৰত জোৰাৰ তুলিলে।

তেওঁৰ বিৰক্তি জন্মিল। বহাৰপৰা উঠি নিজৰ হাতখন আগবঢ়াই দিলে। মুখৰপৰা এষাৰ ফথাও নোলাল।

"যাওক দেই।" তাই নম্ৰভাবে ক'লে।

অফিচাৰজনে মুৰ দুপিয়ালে আৰু বেগাই আঁতৰি গ'ল। তেওঁ নিজকে মুৰ্খ হৈ যোৱা বুলি গালি পাৰিলে।

"বাৰু, বেটী ৰূপহী ৰহ! মই তোক মজা দেখুৱাম। অমুকা কেনেকুৱা এবাৰ গম পালে, তই নিজেই ভেম এৰি কাষ চাপিবিহি।" তেওঁ মনৰ ভিতৰতে ভোৰভোৰালে। কিন্তু নিজে উপলব্ধিও কৰিলে—এই উত্তেজনাৰ বাবে তিৰোতাগৰাকী নিতান্তই নিৰপৰাধী।

কথাটোৱে তেওঁক বেছিকৈহে উত্তেজিত কৰিলে।

* * *

এসপ্তাহৰ পিছৰ এটি সন্ধিয়া। পদচিক্লোৱে কাৰাভানচাৰাইৰপৰা চাইবেৰিয়ান পায়াৰলৈ খোজ লৈছিল। হঠাৎ তেওঁ থমকি



ৰ'ল। কাৰোবাৰ প্ৰতিজ্ঞা, কোনোবা ৰমণীৰ আৰ্ত্তনাদ আৰু ক'ৰবাৰ নিলাজ শব্দবোৰ যেন তেওঁৰ কাণত পৰিলহি। এয়া বাটৰ কাষৰ চৰাইখানা এটাৰ খিৰিকীৰ মাজেৰে অহা কোৰ্হাল।

"কোন আছা—! পুলিচ পুলিচ!"—কোনোবা ৰমণীৰ, উৎকণ্ঠিত মাত। তেওঁ শুনিবলৈ পালে ভয়লগা ঝন্‌ঝন্ শব্দ, কাঠৰ সঁজুলিৰ ধুপ্‌ধাপ্ শব্দ। কিন্তু এইবোৰকো চেৰ পেলাইছিল কোনোবা মানুহ এজনৰ গভীৰ কণ্ঠস্বৰে।

"ঠিক আছে। তাইক আৰু দে। একেবাৰে নাকত মাৰি দে।" মানুহটোৱে উৎসাহেৰে চিঞৰিছিল।

পুলিচ অফিচাৰজন ওপৰতলালৈ লৰ মাৰিলে। দুৱাৰমুখত জুম বান্ধি থকা মানুহমখাক ঠেলি তেওঁ সোমাই গ'ল আৰু দেখিবলৈ পালে সেই নীলা চকুৰ পৰিচিতা মানুহজনী মেজ এখনৰ ওপৰত পৰি আছে। আন এজনী তিৰোতাক তাই বাওঁহাতেৰে চুলিত ধৰিছে আৰু তাইৰ উখহি উঠা মুখখনত সোঁহাতেৰে নিৰ্দ্দয়ভাবে ঘনাই ঘোঁচা মাৰিছে।

তাইৰ নীলা চকুযুৰি নিষ্ঠুৰভাবে কোচ খাই গৈছে। ওঁঠ দুখন জোৰেৰে চেপি ধৰিছে। দুটা গভীৰ ৰেখা বৈ গৈছে মুখৰ দুই কোনাৰপৰা থুতৰিলৈকে। এদিন তাইৰ এই মুখখনত ফুটি উঠা সেই শান্ত সৌম্য ৰূপ হেৰাই গৈছে। আজিৰ এই মুখ যেন বন্য জন্তুৰ নিষ্ঠুৰ ক্ৰোধেৰে পূৰ্ণ। এয়া তাইৰ কোনো লগৰীক অবিৰামভাবে অত্যাচাৰ কৰিবলৈ উদ্যত হোৱা আৰু তাকে কৰি তৃপ্তি লাভ কৰা কাৰোবাৰ মুখ!

মাৰখোৱা তিৰোতাজনীয়ে অচেতন অৱস্থাৰে সেহাই সেহাই কোনোমতেহে মাতিব পাৰিছিল। উঠিবলৈ তাই চেষ্টা কৰিছিল। হাত দুখন শূন্যলৈ তুলি লৰাই দিছিল।

পদচিক্লোৰ মূৰলৈ যেন তেজ উঠি আহিল। এটা পাশবিক উদ্যম জাগিল কিবা কাৰণে কাৰোবাৰ ওপৰত প্ৰতিশোধ লবলৈ।

তেওঁ দপ্‌দপাই আগবাঢ়ি গ'ল। ক্ৰোধান্বিত মানুহজনীক ককালত ধৰি টানি আনিলে।

মেজখন লুটি খাই গ'ল। থাল-বাতিবোৰ মাটিত পৰি থান-বান হৈ পৰিল। জুৱখোৰা মানুহবোৰে বিকট চিঞৰ মাৰি হাঁহি বলৈ ধৰিলে। উন্মত্ত অৱস্থাতে পদচিল্লোৰ চকুত পৰিল—হাতেৰে ধৰি ৰখা, কাজিয়া কৰা সেই মানুহজনীৰ ৰক্তিম মুখৰ নানান মুখভঙ্গী। তেওঁ অৱজ্ঞাৰ সুৰত তাইৰ কাণৰ কাষত ক'লে :

"অ, তুমিয়েই হবলা এই ঘটনা ঘটলা—হুলস্থূলৰ সৃষ্টি কৰিলা?"

আন গৰাকী তিৰোতা তেতিয়াও ভগা কাঁহী বাতিৰ মাজত পৰি আছিল। তাই ফোঁপাইছিল আৰু মূৰ্চ্ছিত অৱস্থাতে ফেকুৰি ফেকুৰি কান্দিছিল।

দীঘল কোট পিন্ধা সৰু থীণ মানুহ এটাই পদচিল্লোৰ আগত ঘটনাটো বখানিবলৈ ধৰিলে :

"সেইজনীয়ে চাৰ এইজনীক কৈছিল—তই ডাংকাটি, তই গেলা আলু। সেয়ে এই তাইক দিলে চৰ সোধাই। তায়ো মাৰি পঠালে এগিলাচ চাহ। তাৰ পাচত ইজনীয়ে সিজনীৰ চুলিত খামুচি ধৰি কেবাটাও ঘোচা মাৰিলে। যি ধৰণে এই তাইক মাৰিছে প্ৰশংসাৰ কথা। সেইজনী, তায়ো পিছে শকত-আৱট আছিল!"

"তাই, তায়ো আছিল?" পদচিল্লো চিঞৰি উঠিল আৰু ধৰি থকা তিৰোতাগৰাকীক জোৰেৰে চেপি ধৰিলে। তেওঁৰ মনত যুঁজ কৰিবলৈ এটা প্ৰবল ইচ্ছা জন্মিল।

মানুহ এটাই ৰাস্তাৰপিনে চাই বিঙিয়াই মাতিলে—"ইজ্‌ভাচিক! এইফালে আহা।"—মানুহটোৰ ডিঙিটো ৰঙা। বহল পিঠিখনেৰে বেকা ভাজ কৰাৰ ভাও ধৰি সি খিৰিকীখনৰ কাষত আউজি আছিল।

"ব'লহঁক! এতিয়াই পুলিচ থানালৈ যাব লাগিব। দুয়োজনী! উঠ, অ'ই!......ইমান পলম কৰিলি কিয়? কামৰ হিচাব নাই? অলগন্ধ ক'ৰবাৰ! ইহঁতক এই মুহূৰ্ত্তেই থানালৈ লৈ যা! দুয়ো জনীকে নে!"



নোদোকা চিপাহী এটাই প্ৰথমজনীক গচকিয়াই উলিয়ালে আৰু তাৰ পিছত আনজনীকো আনিলে। সি দুয়োজনীকে তাৰপৰা লৈ গল।

"অ'ই, 'কনেক' আৰু চ'ডাপানী—তৎক্ষণাৎ লৈ আহ।" পদ-চিল্লোৱে 'ওয়েটাৰ'টোক মাতিলে। তেওঁৰ ভাগৰ লাগিছিল। খিৰিকীৰ কাষৰ চকী এখনত আৰাম কৰি বহিল। সকলোৰে প্ৰতি যেন তেওঁৰ বিৰক্তি জন্মিল।

* * *

পিচদিনাখনৰ ৰাতিপুৱা। মানুহজনী তেওঁৰ আগত হাজিৰ হ'ল। শান্ত দৃঢ় ভাব—যেন তাইৰ সৈতে প্ৰথমবাৰহে সাক্ষাৎ হৈছে। তাই নীলা চকু যুৰিৰে তেওঁৰপিনে একেৰাহে চাই থাকিল আৰু তেওঁৰ পৰাই প্ৰথমে কিবা শুনিবলৈ অপেক্ষা কৰিলে।

পদচিল্লো ক্ৰোধান্বিত হৈ আছিল। ৰাতি ভাল টোপনি হোৱা নাই। আজে বাজে কাগজবোৰ মেজত লৰাই চৰাই আছিল। কিন্তু ইয়াৰ বাবে তাইৰ ওপৰত খং জাৰিবলৈ তেওঁ একো সুযোগ নাপালে। এনেবোৰ ঘটনাৰ ক্ষেত্ৰত ভৰা চিৰাচৰিত অন্ধ অপবাদ আৰু কলঙ্কিত উপাধি যেনিবা তেওঁৰ মুখৰ পৰা নোলাল। তেওঁ বিচাৰিছিল প্ৰতিশোধমূলক আৰু চোকা এপাত শেল তাইৰ মুখত নিক্ষেপ কৰিবলৈ।

"ঘটনাটো কেনেকৈ হবলৈ পালে? কোৱাচোন এতিয়া।"

"তাই মোক অপমান কৰিছিল।" তিৰোতাগৰাকীয়ে কলে।

"অ' কথা সিমানেই! তাতেনো কি দোষ হ'ল!" পদচিল্লোৰ কথাত বিদ্ৰূপৰ সুৰ।

"তাইৰ কোনো এক্তিয়াৰ নাই। তাইৰ সৈতে মই নিজকে ৰিজাব নোখোজোঁ।

"হায় ভগবান, তুমি নিজক নো কি বুলি ভাবা?"

"অভাৱ-অনাটনে মোক এই পথলৈ টানিছে। কিন্তু তাই..."

"মানে, তাই ফুৰ্ত্তিৰ কাৰণে,—এয়েতো?"

"তাই ?"

"ওঁ, তাইৰ কথাকে কৈছো।"

"সেইজনীৰ লৰা-ছোৱালী কোনো নাই।"

"বহুত শুনিছো—যত মানে আবৰ্জ্জনা ! তুমি নাভাবিবা মোৰ আগত তোমাৰ লৰা-ছোৱালীৰ কথা কৈ ভুলাব পাৰিবা। মই এইবেলি তোমাক এৰি দিছো। কিন্তু আকৌ যদি গণ্ডগোল কৰা তেনেহলে ২৪ ঘণ্টাৰ ভিতৰত নগৰৰপৰা ওলাই যাব লাগিব।

মেলাৰ পৰা বহু দূৰত—বুজিছ ? মই তহঁতৰ নিচিনা তিৰিক চিনি পাওঁ, ভয় নাই। মই তহঁতক মজা দেখুৱাম। হুঃ, গণ্ডগোল লগাই ফুৰাই কাম। বজ্যাত বেটী, মই তোক এশিকনি দিম ৰ'বি।"—অফিচাৰৰ মুখৰ পৰা শব্দবোৰ সহজে বাগৰি আহিল ; প্ৰতিটো কথা আগৰটোতকৈ বেছি অপমানসূচক। তাই শেতাপৰি গৈছিল আৰু চকু ছুটি সৰু হৈ গৈছিল তাইৰ—যোৱা নিশা আলহী শালাত দেখা দৰেই।

"বাহিৰ হ !" মেজৰ ওপৰত হাতৰ মুঠিৰে ভুকুৱাই পদচিল্লো গৰ্জ্জি উঠিল।

"ভগবানে তোমাৰ বিচাৰ কৰিব।" কৰ্কশ আৰু নিৰ্ভীক সুৰত কথাষাৰ কৈ অফিচটোৰ পৰা তাই ভোঁ-ভোঁৱাই গুছি গ'ল।

"বিচাৰক কোন মই চিনাম বহ।" পদচিল্লোৱে ধমক দিলে। মানুহজনীক অপমানিত কৰি তেওঁ আমোদ পাইছিল। সেই শান্ত মুখখনি আৰু সেই নীলা চকু ছুটিৰে ৰ লাগি চোৱা তাইৰ সেই চাৱনিয়ে তেওঁক উন্মাদ কৰি তুলিছিল।.......তাই নিজকে কি হেন ভাবিছে ? হুঃ লৰা-ছোৱালী ! বলিয়ালি ! মনে সজা কথা ! ইয়াৰ লগত লৰা-ছোৱালীৰ সম্পৰ্ক কিটো ? বাটে-পথে ঘূৰিফুৰা বেশ্যা এজনী !—মেলাত টকা ঘটি ফুটনি মাৰিবলৈ কিয় যে আহে—এক ভগবানেহে জানে। বাঃ কি ত্যাগী !......এইবিলাক কৰিছে...... সতি-সন্ততিৰ কাৰণে ! কোনে পতিয়াব তাইৰ এই কথা ? তাই



বেটীৰ সাহস নাই সচাঁক সঁচা বুলিবলৈ। সেয়ে অৱস্থাৰ দোহাই দিব খুজিছে,—চমৎকাৰ !

*   *   *

কিন্তু সঁচাকৈয়ে তাইৰ ল'ৰা-ছোৱালী আছিল। এটি অজলা সৰু ল'ৰা,—মূৰত পাতল চুলি। গাত পুৰণি ফটা স্কুলীয়া সাজপাৰ। এখন ক'লা হাচটিৰে কাণখন ঢকা। আনজনী এধানি ছোৱালী। গাত তাইৰ গালৈ ডাঙৰ হলে-ৰীমলো স্কট্‌লেণ্ড কাপোৰৰ এটা পানী কোট। সিহঁত ছুয়োটাই কাচিন ঘাটৰ তক্তাত বহি আছিল। শীতকালৰ বতাহত সিহঁতে থৰ্‌থৰ্কৈ কঁপিছিল। ছুয়োটাই আপোন মনে গল্প পাতিছিল। ওচৰতে থকা কিছুমান বস্তাত আউজি মাক জনীয়ে নীলা চকু ছুটিৰে অপত্য স্নেহত চাই আছিল সিহঁতৰ পিনে।

অকণমান ল'ৰাটো সাইলাখ মাকৰ নিচিনা। তাৰো চকু নীলা। টুপিটোৰ ছিগা জোংটোৰে সৈতে মূৰটো ঘনাই লৰাই লৰাই সি মাকক ইঁহুৱাইছিল। মাজে মাজে কিবাকিবি কথাও কৈছিল। ছোৱালীকণৰ মুখত আইদাগ। জোঙা অকণমান নাকটো। ধোঁৱা-বৰণীয়া ডাঙৰ চকু ছুটি সজীৱ আৰু বুদ্ধিদীপ্ত। সিহঁতৰ কাষৰে-পাজৰে তক্তাখনৰ ওপৰত নানান টালি-টোপোলা সিচঁৰিত হৈ আছে।

চেপ্তেম্বৰ মাহৰ শেষভাগ। দিনৰ দিনটো বৰষুণ দি আছে। নদীৰপাৰ বোকা হৈ পৰিছে। চেচা সেমেকা বতাহ বলিছে। ভল্গা নৈ অশান্ত হৈ উঠিছে। ক'লা ঢৌবোৰে সশব্দে পাৰত খুন্দিয়াইছে। বলিছে ধীৰ মৃদু বতাহ। ভিন্ ভিন্ মানুহৰ আহ-যাহ চলিছে। তেওঁলোকৰ মুখত উদ্বিগ্নতাৰ ভাব—হয়তো ব্যস্ততাৰে বাট বুলাৰ কাৰণে। এই নদী-দৃশ্যৰ কৰ্ম্মব্যস্ত পটভূমিত মাক আৰু অকণি ছুটাৰে সৈতে শান্ত পৰিয়ালটো সঘনাই সকলোৰে চকুত পৰিছিল।

সহকাৰী পুলিচ বিষয়াজনেও সিহঁতক লক্ষ্য কৰিছিল। অলপ দূৰৰপৰা তেওঁ তিনিওটাকে ভালকৈ নিৰীক্ষণ কৰিলে। সিহঁতৰ প্ৰতিটো চালচলন যেন তেওঁৰ চিনাকি। কিবা কাৰণত তেওঁ লজ্জিতবোধ কৰিলে।

আধা ঘণ্টাৰ ভিতৰতে কাচিন ভাপ নাওঁখন ইপাৰৰপৰা এৰি দিয়াৰ কথা। ভল্গা নৈ পাৰ হব। ঘাটৰ সাকোডালেদি মানুহৰ আহ-যাহ চলিবলৈ ধৰিলে।

নীলা চকুৰে সেই তিৰোতাগৰাকীয়ে চাপৰি তাইৰ কান্ধত টালি-টোপোলা বান্ধি ললে। কাষলতিৰ চেপাতো কিছুমান ৰাখিলে। তাৰপাছত ল'ৰা-ছোৱালী দুটিৰ পিছে পিছে খোজ ললে। অকনি দুটাই হাত ধৰাধৰিকৈ খোজ কাঢ়িছিল। সিহঁতৰ ভাগৰ টোপোলা-কেইটি কান্ধত ওলোমাই লৈছিল।

পদচিৱো সেই সাকোডালেদিয়েই যাব লাগে। যাব নলগীয়া হোৱা হলেই তেওঁ ভাল পালেহেঁতেন! কিন্তু সেই কথা নৱজে। অলপ পাছতে তেওঁ টিকেটঘৰৰ কাষত থিয় হ'লহি। তেওঁৰ পৰিচিতা সেই মানুহজনীয়েও টিকেট কিনিছে। তাইৰ হাতত এটা মুগা বৰণীয়া টকাৰ মোনা। তাৰ ভিতৰত জুকিয়াই ৰখা এজাপ বেঙ্ক নোটেৰে 'বেগ'টো ওফন্দি আছে।

তাই ক'লে: "মোকো দিয়ক। তাৰ মানে কিমান পৰিব—ল'ৰা-ছোৱালী দুটা যাব চেকেণ্ড ক্লাচত—কোষ্ট্ৰোমালৈ যাব আৰু মোৰটো দিয়ক থাৰ্ডক্লাচত। বাৰু, অকণমান দুটিৰ এখন টিকেটেৰেই নহবনে? ····· নহব? কিবা এটা সুবিধা কৰিব নোৱাৰেনে? অ', অশেষ ধন্যবাদ! ঈশ্বৰে আপোনাৰ মঙ্গল কৰক।"

সন্তুষ্ট মনেৰে তাই গুছি গ'ল। অকণি দুটাই তাইক আমনি দিছিল, স্কাৰ্টত ধৰি আজুৰি আছিল। কিবা এটা লাগে সিহঁতক। তাই কাণপাতি এইবাৰ শুনিলে আৰু মিচিকিয়াই হাঁহিলে।

"উস বাপ্‌ৰে বাপ—কৈছোঁ নহয়, মই কিনি দিম। নাই কোৱা জানো? মই হবলা তোমালোকৰ কথাত কেতিয়াবা আপত্তি কৰোঁ? দুটা দুটাকৈ দিম দেই। ইয়াতে অকণমান ৰ'বাচোন।"

প্ৰৱেশদ্বাৰৰ ওচৰৰে কোনোবা এখন দোকানলৈ তাই সোমাই গ'ল। ফলমূল আৰু মিঠাই বিক্ৰী কৰা দোকান।

অলপ পৰৰ পিছতে তাই উভতি আহি অকণিদুটাক ক'লে:



"ভেৰিয়া এয়া তোমালৈ আনিছো সুগন্ধি চাবোন। সুভি চোৱা-চোন! আৰু চোৱা পেটিয়া, এয়া তোমাৰ কাৰণে চুৰি কটাৰী। দেখিছা—মই অকণো পাহৰা নাই। একেবাৰে একডজন কমলা আনিছো। কিন্তু চব্‌বিলাক হলে এতিয়াই নাখাবা দেই।"

ভাপনাওঁখন ঘাট চাপিল। এটা জোকাৰণি মাৰিলে। মানুহ-বোৰৰ খোপনি লৰিল। তিৰোতাগৰাকীয়ে পোনাদুটিক হাত মেলি গাৰ পিনে টানি সাৱটি ধৰিলে। সচকিত দৃষ্টিৰে তাই এবাৰ চাৰিওফালে ঘূৰি চালে। ভয়ৰ কোনো কাৰণ নাই। তাই হাঁহিলে। ল'ৰা-ছোৱালী কেইটায়ো হাঁহিলে। জাহাজৰপৰা পাৰলৈ বাট তৈয়াৰ হ'ল। ভাপনাওঁখনত যাত্ৰীৰ সোঁত ববলৈ ধৰিলে। "অলপ ৰ'বাচোন—ৰ'বা। নেঠেলিবাহঁক।" পদচিৱো চিঞৰি উঠিল।

কাঠমিস্ত্ৰি এটাই হুলস্থূল কৰিছিল। তাৰ হাতত হাতুৰী, বটালী, কৰত আৰু অন্যান্য সঁজুলি। পদচিৱোৱে তালৈ চাই গৰ্জি উঠিল: "অ'ই গজমূৰ্খ! ৰ'বি; —তিৰোতামানুহক ল'ৰা-ছোৱালীৰে সৈতে বাট এৰি দে! কি মূৰ্খ মানুহ।" তেওঁৰ চিনাকি সেই মানুহজনী পাৰ হৈ গ'ল। যাওঁতে নীলা চকু যুৰিৰে তেওঁৰ পিনে চাই হাঁহিলে। তাৰ পাচত নাওঁত উঠি তলমূৰ কৰি থাকিল।

তৃতীয়বাৰ ঘন্টি পৰিল।

"ৰচি এৰি দে।" কেপ্তেইনৰ ফালৰপৰা আদেশ আহিল।

নাওঁখন কঁপি উঠি চলিবলৈ ধৰিলে।

পদচিৱোৱে মানুহৰ মাজত তেওঁৰ পৰিচিতা গৰাকীক বিচাৰিলে। তাইক লগ পাই তেওঁৰ টুপী খুলি ললে আৰু মূৰ দোঁৱালে তায়ো ৰাছিয়ান প্ৰথাৰে লাহেকৈ মূৰ দোঁৱাই সম্ভাষণ জনালে আৰু আঁতৰি গ'ল।

অৱশেষত তাই ল'ৰা-ছোৱালীকেটাৰ সৈতে কোষ্ট্ৰোমালৈ উলটি গল।

সহকাৰী পুলিচ বিষয়া পদচিৱোৱে তাইক বিদায় জনালে। এটা দীঘল হুমুনিয়াহ কাঢ়িলে। তাৰপাছত তেওঁ নিজৰ কামলৈ উভতি গ'ল। বেজাৰ আৰু অশান্তিত মন ব্যাকুল হৈ উঠিল পদচিৱোৰ।

# ॥ নিষিদ্ধ ফল ॥

মোপাছাঁ

॥ অসমীয়া পঢ়ুৱৈ সমাজত মোপাছাঁৰ নতুন পৰিচয় নিষ্প্ৰয়োজন ॥ কেৱল ফৰাচী সাহিত্যতে নহয়, গোটেই পৃথিৱীৰ চুটি গল্প সাহিত্যত মোপাছাঁৰ স্থান আগশাৰীত ॥ তেওঁৰ গল্পৰ বৈশিষ্ট্য—সবল, পোনপটীয়া কথন ভঙ্গী, আৰু বাহুল্যবৰ্জ্জিত বৰ্ণনা ॥ যৌন বাসনাৰ বিভিন্ন চিত্ৰ অঙ্কনত মোপাছাঁ সিদ্ধহস্ত ॥ "নিষিদ্ধ ফলে" তেওঁৰ সেই বৈশিষ্ট্যলৈকে আঙুলিয়ায় ॥ "ছাতি" সেইফালৰ পৰা "নীৰস" হলেও এগৰাকী কৃপণ স্বভাৱৰ মহিলাৰ নিখুঁত চৰিত্ৰাঙ্কনেৰে ৰসোত্তীৰ্ণ ॥

পৰিণয়সূত্ৰত আবদ্ধ হোৱাৰ আগতে সিহঁতৰ প্ৰেম আছিল পবিত্ৰ আৰু স্বৰ্গীয় । সিহঁতৰ প্ৰথম পৰিচয় হয় সাগৰৰ বেলাভূমিত । এই প্ৰথম পৰিচয় তাৰ বৰ মধুৰ লাগিছিল । গাভৰু ছোৱালী এজনী, গোলাপফুলৰ দৰে তাইৰ ৰং, ৰঙীন ছাতি এটি লৈ তাৰ ওচৰেদি পাৰ হৈ গৈছিল । ছোৱালীজনীৰ পিছফালে বিশাল সমুদ্ৰ ; অসীম আকাশৰ তলত, নীলিম উৰ্ম্মিমালাৰ মাজত ধুনীয়া লাহী ছোৱালীজনীক তাৰ বৰ ভাল লাগিছিল । তাইৰ যৌৱনৰ আহপাহ মুকলি হ'ব ধৰিছে মাত্ৰ । তাইক দেখাৰে পৰা তাৰ ভিতৰত সঞ্চাৰ হ'ল কৰুণাৰ । সাগৰৰ লুণীয়া সমীৰণ আৰু সুকুমৰ পোহৰত চিকমিকাই থকা সাগৰৰ ঢৌবোৰে তাৰ অন্তৰত এটি অস্পষ্ট আবেগ সৃষ্টি কৰিলে । সেই আবেগত যেন তাৰ হৃদয়, মন উটি গ'ল । তাৰ প্ৰতি অনু পৰমানুত সেই আবেগৰ শিহৰণ লাগিল । ছোৱালীজনীয়ে জগাই তোলা কৰুণা আৰু সাগৰৰ পাৰৰ প্ৰাকৃতিক দৃশ্যই জগাই তোলা এই আবেগৰ শিহৰণে তাৰ অন্তৰত খেলিমেলি লগালে ।

ছোৱালীজনীয়ে তাক ভাল পাই পেলালে । কাৰণ সি ডেকা, চহকী, ধুনীয়া আৰু বিনয়ী । কোনো ডেকাই যদি কোনোবা গাভৰুক ধুনীয়া কোমল কোমল কথাৰে ভালপোৱা জনায়, তেনেহলে সেই গাভৰুৱে ডেকাৰ প্ৰেমত পৰা অস্বাভাৱিক নহয় ।

ইয়াৰ পিছত তিনিমাহ সিহঁতে একেলগে ওচৰাওচৰিকৈ, চকুৱে চকুৱে চাই, হাতত হাত থৈ, ব্যথাৰ ব্যথী হৈ জীৱন কটাইছিল । নতুন দিনৰ নতুন বতাহত সিহঁতে পৰস্পৰে অভিনন্দন জনাইছিল । সন্ধিয়া সাগৰৰ পাৰৰ বালিত, নক্ষত্ৰভৰা আকাশৰ তলত, নিস্তব্ধ-নিশাৰ সুখস্পৰ্শ শীতলতাত সিহঁতে এজনে আনজনক বিদায় সম্ভাষণ জনাইছিল—লাহে লাহে, অতি গোপন সুৰে,— যেন নিস্তব্ধতাৰ আমেজ ভাঙি নেযায় । মিলন আৰু বিদায়ৰ এই সম্ভাষণত সিহঁতে যেন চুমাৰ সোৱাদ পাইছিল ; অৱশ্যে এজনে আনজনৰ অধৰ স্পৰ্শ কৰা নাছিল তেতিয়াও ।

টোপনিত দুজনেই দুজনৰ সপোন দেখে । সাৰ পাই দুজনেই দুজনৰ কথা ভাবি চিন্তাৰ জাল বয় । দেহেমনে দুয়ো দুয়োকো বিচাৰে, যদিও সেই কথা কোনেও কাকো কোৱা নাই । ই যেন অপ্ৰকাশিত কামনা ।

বিয়াৰ পিছত পৃথিৱীৰ আন সকলো বস্তুতকৈ দুয়ো দুয়োৰে প্ৰতি গভীৰভাৱে আকৃষ্ট হৈ পৰিল । প্ৰথমে আছিল সিহঁতৰ মাজত অদম্য উত্তেজনাপূৰ্ণ কামনা, পিছত আহিল মধুৰ কাব্যময় জীৱন । দিনে দিনে সিহঁতে ভাল বেয়া ন ন উপায় বিচাৰে পৰস্পৰক আনন্দ দিবলৈ । সিহঁতৰ প্ৰতিটি দৃষ্টিতেই থাকে যেন পঙ্কিলতা, ভাবভঙ্গীত ফুটি উঠে নিশাৰ ঘনিষ্ঠতা ।

এতিয়া যেন সিহঁতৰ প্ৰেমৰ মাজত আহিছে অৱসাদ। সেই কথা অৱশ্যে সিহঁতে স্বীকাৰ নকৰে। হয়তো সিহঁতে কব নোৱাৰা-কৈয়ে এই অবসাদৰ আগমন। নিজকে নতুনকৈ প্ৰকাশ কৰাৰ কোনো নতুন সমল আৰু সিহঁতৰ নাই। তথাপি দুজনে দুজনক প্ৰাণভৰি ভাল পায়। এনেকুৱা একো নতুন বস্তু কৰিবলৈ বিচাৰি নেপায়, যাক সিহঁতে বাৰে বাৰে কৰা নাই। এজনে আন জনক নতুন একো শিকাব নোৱাৰে, এবাৰ নতুন প্ৰেমৰ কথা, এটা অজ্ঞাত উত্তেজনা, এবাৰ উত্তেজনা জগাই তুলিব পৰা কথা,—একো, একোকে সিহঁতে বিচাৰি নেপায়।

প্ৰথম প্ৰেমৰ উত্তেজনাক জগাই তুলিবলৈ সিহঁতে বাৰে বাৰে চেষ্টা কৰে। কিন্তু প্ৰেমৰ এই অদম্য উত্তেজনাক নানা উপায়ে জগাই তুলিবলৈ কৰা সকলো প্ৰচেষ্টা ব্যৰ্থ হৈ যায়।

মাজে মাজে এনেকুৱাভাৱে সিহঁতৰ কামনাক উত্তেজিত কৰাৰ ফলত সিহঁত এক ঘণ্টাৰ কাৰণে কৃত্ৰিম আনন্দত মত্ত হৈ উঠে। কিন্তু তাৰ পিছতেই সৰ্ব্বশৰীৰত অনুভব কৰে এক ঘৃণ্য অবসাদ।

পুৰণি আকৰ্ষণ ফিৰাই আনিবলৈ সিহঁতে জোনাক নিশাৰ গধূলি মৃদু মলয়াত গছৰ মাজে মাজে ফুৰিছে, কুঁৱলীৰে ঢাক খাই থকা কবিতাময় পাহাৰৰ ওচৰ চাপিছে, নানাৰকম উৎসৱ আনন্দত মুখৰ হবলৈ চেষ্টা কৰিছে।

শেষত এদিন ৰাতিপুৱা হেনৰিয়েটাই পলক কলে:

"মোক ভোজনৰ কাৰণে কোনো ৰেস্তোৰাঁলৈ লৈ যাবানে ?"

"কিয়, নিশ্চয় লৈ যাম সোণ।"

"কিন্তু নাম থকা ৰেস্তোৰাঁ হব লাগিব দেই ?"

"নিশ্চয়"

পলে তাইৰ পিনে চাই থাকিল। তাইক দৃষ্টিৰে প্ৰশ্ন কৰিলে। বে'চ্‌ বুজিব পাৰিলে, তাইৰ অন্তৰত কিবা গোপন মতলব আছে। তাই সেইটো প্ৰকাশ কৰিব খোজা নাই।

হেনৰিয়েটাই আকৌ ক'লে:



"জানাইতো ৰেস্তোৰাঁবোৰত·····কেনেকৈনো বুজাওঁ তোমাক ? ধুনীয়া ৰেস্তোৰাঁত······য'ত নাৰী-পুৰুষে সাক্ষাৎ কৰে।"

পলে মিচিকিয়াই হাঁহি ক'লে:

"এৰা, বুজিছো, ডাঙৰ কাফেৰ বিশেষ এটা কোঠাত, নহয় জানো ?"

"এৰা সেই কথাকেই মই ক'ব খুজিছিলো। কিন্তু এনেকুৱা ডাঙৰ কাফে হব লাগিব য'ত তোমাক সকলোৱেই ভালকৈ চিনি পায়। য'ত তুমি আগেও সান্ধ্যভোজন কৰিছা······নহয়······ মধ্যাহ্নভোজন কৰিছা······মানে······যিয়েই নহওঁক······তুমি জানা ······মই বিচাৰো······নহয়, নহয় সেই কথা তোমাক ক'ব নোৱাৰোঁ।"

"কৈ পেলোৱা······আমাৰ মাজতেহে কবা। কি হবনো ক'লে ? আমাৰ মাজত লুকাবলৈনো কিটো আছে ?"

"নাই, নাই, কবলৈ মোৰ সাহস নহয়।"

"চোৱা, কেচুৱাটো নহবা। কোৱা।"

বাৰু,······তেনেহলে······মই বিচাৰোঁ······মই বিচাৰোঁ মানুহে মোক তোমাৰ ৰক্ষিতা বুলি ভাবক······হোটেলৰ মানুহবোৰে নেজানিব যে তুমি মোক বিয়া কৰাইছা······সিহঁতে মোক তোমাৰ ৰক্ষিতা বুলি ভাবিব······আৰু তুমি······তুমিও মোক তোমাৰ ৰক্ষিতা বুলি ভাবিবা······মাঁথো এঘণ্টাৰ কাৰণে······সেই ঠাইত ······ সেই ঠাইৰ কত স্মৃতিতো তোমাৰ মনত ঠাঁহ খাই আছে ······এয়েই, আৰু একো নাই। মই নিজেও ভাবিম, মই তোমাৰ ৰক্ষিতা। মই এটা ডাঙৰ পাপকাম কৰিব বিচাৰোঁ······তোমাৰে লগত মই তোমাক ঠগিব খুজিছোঁ—বৰ কুৎসিত চিন্তা নহয় জানো ? কিন্তু তাকেই মই কৰিব বিচাৰো। মোক আৰু লাজ নিদিবা, মই জানো মই ৰঙাচিঙা পৰিছো······তেনেদৰে মোৰ পিনে চাই নাথাকিবা;······তেনেহলে মই তালৈ গৈ খাব নোৱাৰিম······ তোমাৰ লগত সেই বিশেষ ঘৰৰ ভিতৰত······প্ৰতিদিন সন্ধিয়া

য'ত মানুহে প্ৰেম নিবেদন কৰে······প্ৰতি সন্ধিয়াত। নহয়, নহয়, বৰ কুৎসিত হব সেয়া। দেখিছা, মই কিমান ৰঙা পৰি গৈছো—মোৰ পিনে নেচাবা তুমি।"

পলে বৰ ৰঙ পাইছিল। সি হাঁহি হাঁহি উত্তৰ দিলে, "বাৰু আজি সন্ধিয়াই আমি এখন ডাঙৰ ৰেস্তোৰাঁলৈ যাম। তাত মোক সকলোৱে চিনি পায়।"

গধূলি সাত বজাত সিহঁতে প্ৰধান আলি বাটৰ এখন সুপৰিচিত কাফেত সোমাল। পলৰ বিজয়ী বীৰৰ দৰে হাঁহিমুখ। হেনৰিয়েটা অলপ যেন শঙ্কিত। তাইৰ মুখত নেটৰ ওৰণি। দুয়ো এটা কোঠাত সোমাল। তাত চাৰিখন চকী আৰু এখন মেজ আছিল। একোনত ৰঙা ৰঙৰ ভেলভেটৰ ডাঙৰ চোফা এখন। ক'লা সাজপাৰ পিন্ধা ৰেটাৰ এজন সোমাই আহি মেনুকাৰ্ড এখন আগ বঢ়াই দিলে। পলে কাৰ্ডখন হেনৰিয়েটাৰ হাতত দি ক'লে:

"কি খাবা"?

"বাঃ, মই কেনেকৈ ক'ম? ইয়াত মানুহে কি খায়, কি নেখায় মই কেনেকৈ জানিম?"

পলে ওভাৰকোটটো খুলি চাকৰ এজনৰ হাতত দিলে। মেনুখন চাই ক'লে, "চুপ, চিকেন, হাঁহৰ মাংস আৰু ভিজিটেবল চেলাড হলেই হব—আৰু আমি শেম্পেইন পান কৰিম।"

ৰেটাৰজনে গাভৰুৰ পিনে চাই হাঁহিলে। তাৰ পিছত পলৰ হাতৰ পৰা কাৰ্ডখন লৈ সুধিলে, "মচিয়েঁ পল, আপোনাক আন কিবা দিম নে শেম্পেইন দিম।"

"শেম্পেইন··· · একদম কড়া।"

মানুহজনে পলক চিনি পোৱা কাৰণে হেনৰিয়েটাৰ বৰ ভাল লাগিল।

সিহঁতে ওচৰাওচৰিকৈ চোফাত বহি খাবলৈ আৰম্ভ কৰিলে। কোঠাৰ ভিতৰত দহডাল মম জ্বলি আছে। তাৰ পোহৰ



এখন আয়নাত প্ৰতিফলিত হৈছে। আয়নাৰ ওপৰত হীৰাৰে লিখা আছে হেজাৰ হেজাৰ নাম। ভাৱ হয় যেন আয়নাখন মকৰাৰ জালেৰে ঢাক খাই পৰিছে।

প্ৰথম গিলাচ খায়েই হেনৰিয়েটাৰ মূৰ ঝিম্‌ঝিমাই গ'ল। তথাপিও নিজক উত্তেজিত কৰি তুলিবলৈ তাই গিলাচৰ পিছত গিলাচ মদ পান কৰি গ'ল। কিছুমান পূৰ্ব্বস্মৃতি পলৰ মনলৈ আহিল। সেয়ে তাক উত্তেজিত কৰি তুলিলে। ঘনে ঘনে ঘৈণীয়েকৰ হাতত সি চুমা খাবলৈ ধৰিলে। তাইৰ চকুযুৰি উজ্বলি উঠিল।

এই কদৰ্য্য ঠাইলৈ আহি হেনৰিয়েটাৰ মনত এক অদ্ভুত অনুভূতি জাগিল। তাই আনন্দত পুলকিত হৈ উঠিল। অৱশ্যে নিজকে অলপ হেয় কৰা যেন তাইৰ অনুমান হল। দুজন ৰেটাৰে কোনো কথা নোকোৱাকৈ গহীন ভাবে সিহঁতৰ আল পৈচান ধৰিলে। এই ৰেটাৰবোৰ যেনেকৈ সকলো দেখাত অভ্যস্ত, তেনেকৈ পাহৰাতো অভ্যস্ত। সিহঁতে জানে, প্ৰয়োজনৰ সময়ত প্ৰবেশ কৰিবলৈ আৰু সন্ধিক্ষণত আঁতৰি যাবলৈ;—নীৰবে লৰালৰিকৈ অহা যোৱা কৰিবও জানে সিহঁতে।

খোৱাৰ মাজতে পল একেবাৰে উত্তেজিত হৈ উঠিল আৰু আনন্দত হেনৰিয়েটাৰ কৰঙণত টিপি দিলে। হেনৰিয়েটাক ৰাগীয়ে ভালকৈয়ে বশ কৰি পেলাইছিল। তাইৰ গাল দুখন ৰঙা পৰি গৈছিল। চকু দুটা উজ্বল। তাইৰ লাজ ক'ৰবালৈ পলাল। তাই বলকিবলৈ ধৰিলে।

"চোৱা পল, এটা সঁচা কথা কবানে—মই সকলো শুনিব খোজোঁ।"

"তুমি কি কব খুজিছা? মই একো বুজা নাই।"

"কবলৈ সাহস পোৱা নাই।"

"কৈ পেলোৱা।"

"তোমাৰ ৰক্ষিতা আছিল নে?······মই অহাৰ আগেয়ে?······বহুতো আছিল নেকি?

পলে অলপ ইতস্ততঃ কৰিবলৈ ধৰিলে—যেন সি এটা সমস্যাত পৰিছে। তাৰ জীৱনৰ সৌভাগ্যক সি প্ৰকাশ কৰিব নে গোপনে ৰাখিব ?

হেনৰিয়েটাই ক'লে, "কোৱানা পল, বহুতো আছিল ?"

"আছিল দুই এগৰাকী। কিন্তু তোমাক সেইবোৰ কেলেই ?"

"কেই গৰাকী ঠিককৈ কোৱা।"

"সেইটো নাজানো···কোনে সিমান মনত ৰাখিছে, কোৱাচোন বাৰু ?"

"তুমি হিচাপ কৰা নাছিলা ?"

"নাই কৰা।"

"তেনেহলে কোৱা, বহুতো আছিল।"

"হব হয়তো।"

"অনুমান কেইগৰাকী ......আন্দাজ ?"

"সেইটো মই কেনেকৈ কওঁ······কোনো বছৰ অনেক, কোনো বছৰ মাত্ৰ কেইজনীমান।"

"বছৰত বাৰু কেই গৰাকী ?"

"কেতিয়াবা বিশ, কেতিয়াবা ত্ৰিশ। কেতিয়াবা চাৰি পাঁচ গৰাকী।"

"তেনেহলে প্ৰায় এশজনী ?"

"হব হয়তো······প্ৰায়।"

"অহ, কি বিৰক্তিকৰ নহয়নে ?"

"কিয় ?"

"কাৰণ বিৰক্তিকৰ কাৰণেই বিৰক্তিকৰ। যেতিয়া ভবা যায়—এইবোৰ ছোৱালী......সকলো সময়তে কেৱল একেই বস্তু ··। ছিঃ, কি বিৰক্তিকৰ কোৱাচোন······সিমানবোৰ মাইকীমানুহ······ কিন্তু একেই......একে ৰকমৰ।"

এই কথা বিৰক্তিকৰ বুলি ভবাত পল যেন অলপ আচৰিত হ'ল। সি গহীনভাবে ক'লে, "বৰ অদ্ভুত কথা তোমাৰ। এশজনী মাইকীমানুহ ৰখা যদি বিৰক্তিকৰ হয়, তেনেহলে এজনীক ৰখাওতো একেই কথা।"



"নহয়, কেতিয়াও হব নোৱাৰে।"

"কেলেই নোৱাৰে ?"

"কাৰণ এজনী তিৰোতা হৈছে এটা বন্ধন—প্ৰেমে তোমাক তাইৰ লগত বান্ধি ৰাখে। আৰু এশজনী—সেয়া আবৰ্জনা, অসভ্যালি, চৰিত্ৰহীনতা। মইতো ভাবিবই নোৱাৰো এজন পুৰুষে ইমানবোৰ হীন চৰিত্ৰৰ নাৰীৰ সংস্পৰ্শলৈ কেনেকৈ আহিব পাৰে।"

"নহয়, সিহঁত কেতিয়াও বেয়া ছোৱালী নহয়।"

"সিহঁতে যি ব্যৱসায় কৰে, তাত কোনেও ভাল হৈ থাকিব নোৱাৰে।"

"ঠিক বিপৰীত—সিহঁতে সেইকাম কৰে কাৰণেই সদায় পৰিষ্কাৰ।"

"ছিঃ ছিঃ, যেতিয়া মনত পৰে সিহঁতে কালি কোনো পুৰুষৰ লগত······উঃ···কি ঘৃণনীয়।"

"ৰাতিপুৱা যিটো গিলাছত কোনোবা নাম নজনা মানুহ এজনে ওঁঠ লগাইছে আৰু যিটো নিশ্চয় ভালকৈ ধোৱা নাই, সেই একেটা গিলাছতে খোৱাৰ নিচিনাই ঘৃণনীয়। তাতকৈ বেছি নহয়।"

"ৰ'বা ৰ'বা······উঃ তুমি মোক বলিয়া কৰিবা দেখিছো।"

"কিন্তু মোৰ ৰক্ষিতা আছিল নে নাই তাক জানিবলৈ তোমাৰ ইমান আগ্ৰহ কিয় ?"

"তেনেহলে কোৱাচোন, তোমাৰ ৰক্ষিতাবোৰ জানো সকলোৱেই ভাল ঘৰৰ ছোৱালী ? সকলোৱেই ? এশজনীয়েই ?"

"নহয়, তেনেকুৱা কিয় হব ?"

"তেন্তে ?"

"অভিনেত্ৰী,···কোনোজনীবা চাকৰি-বাকৰি কৰা ছোৱালী··· কোনোজনী ভাল ঘৰৰ বোৱাৰী।"

"কিমানজনী বোৱাৰী আছিল ?"

"ছয় জনী।"

"মাত্ৰ ছয়জনী ?"

"এৰা।"

"সিহঁত জানো ধুনীয়া আছিল ?"

"নিশ্চয়।"

"চাকৰি কৰা ছোৱালীবোৰতকৈ ধুনীয়া নে ?

"নহয়।"

"কোনবোৰক তোমাৰ বেছি ভাল লাগিছিল ?"

"বোৱাৰীবোৰক।"

"অহ, তুমি কি জঘন্য,—কিয় সিহঁতক পছন্দ কৰিছিলা ?"

"কাৰণ ছোৱালীবোৰৰ এই বিদ্যাত অভিজ্ঞতা সীমাবদ্ধ। মোৰ সেইটো ভাল নেলাগে।"

"অহ, কি ভয়ঙ্কৰ, তুমি কিমান জঘন্য মানুহ গম পোৱা নে ? বাৰু কোৱাচোন, এজনীক এৰি আন এজনীক লবলৈ তোমাৰ সচাকৈয়ে ভাল লাগিছিল নে ?"

"নিশ্চয় লাগিছিল।"

"খুউব ?"

"খুব।"

"কিহত ভাল পাইছিলা—সিহঁত গোটেইবোৰেই জানো একে নহয় ?"

"নিশ্চয় নহয়।"

"কি যে কোৱা তাৰ ঠিক নাই। মাইকী মানুহবোৰ জানো সকলোৱেই একে নহয় ?"

"একেবাৰেই নহয়।"

"একোতে নহয় ?"

"নাই, একোতেই নহয়।"

"ই হবই নোৱাৰে। বেলেগ কি আছে সিহঁতৰ মাজত ?"

"সকলোতে বেলেগ।"

"দেহাত ?"

"ওঁ"

"গোটেই দেহাত ?"



"এৰা, গোটেই দেহাত।"

"আৰু কিহত ?"

"কিয়, সিহঁতৰ আলিঙ্গনত, আলিঙ্গন কৰাৰ ধৰণত, কথাত, সামান্য এটি কথা কোৱাৰ ভঙ্গীত।"

"ওঁ, তেনেহলে এজনীক এৰি আন এজনীক চপাই লবলৈ বৰ ভাল লাগে, নহয় নে ?"

"নিশ্চয়।"

"নিশ্চয় ? বাৰু, পুৰুষবোৰৰ মাজতো পাৰ্থক্য আছে নেকি ?"

"সেইটো মই নেজানোঁ।"

"তুমি নাজানা ?"

"নেজানোঁ।"

"সিহতৰ মাজতো নিশ্চয় পাৰ্থক্য থাকিব।"

"এৰা····· নিশ্চয় থকা উচিত।"

হেনৰিয়েটা চিন্তামগ্ন হ'ল—তাইৰ হাতত ভৰ্ত্তি শেম্পেইৰ গিলাচ। তাই গিলাচৰ মদখিনি একে ঢোকতে পি গিলাচটো মেজৰ ওপৰত থলে। দুই বাহুৰে স্বামীৰ ডিঙিত সাৰটি ধৰিলে, মুখৰ ওচৰলৈ মুখখন আনি লাহে লাহে ক'লে, "মই······মই তোমাক কিমান কি-মা-ন ভাল পাওঁ।

পলে তাইক বুকুৰ মাজত সাৰটি ললে। এজন ৰেটাৰ কোঠাত সোমায়েই ওলাই গ'ল। প্ৰায় পাঁচ মিনিটৰ কাৰণে আৰু কোনেও সেই কোঠালৈ নাহিল।

খুব গহীনভাবে একপ্লেট ফল লৈ ৰেটাৰ যেতিয়া আকৌ আহিল তেতিয়া হেনৰিয়েটাৰ হাতত আছিল এগিলাচ মদ। ফট-ফটীয়া মদ গিলাচৰ তলিলৈ তাই চাই পঠিয়ালে। তাৰ মাজত যেন কেতিয়াও নজনা স্বপ্নময় কিবা এটি চাবলৈ তাইৰ অসীম আগ্ৰহ। গিলাচৰ তলিলৈ চাই চাই তাই লাহে লাহে ক'লে ; "এৰা, নিশ্চয় বৰ ভাল লাগিব। যিয়েই নহওক খুব মজাৰ হ'ব।"

# ছাতি

মোপাচাঁ

মেডেম্ অৰিল বৰ কট্‌কিনা স্বভাৱৰ। এটি আধাপেনিৰ মূল্যও তেওঁ সম্পূৰ্ণভাবে উপলব্ধি কৰিছিল। ধন কেনেকৈ বঢ়াব পাৰি সেই সম্বন্ধে বহুতো কঠোৰ নীতি-নিয়মৰ এটা সকুসুৰা ভৰালেই তেওঁ কৰি লৈছিল। ফলত ৰান্ধনি জনে বজাৰৰ পইছাৰ পৰা ৰাহি কৰি নিজৰ জেপ গধুৰ কৰাত বেচ অসুবিধা পাইছিল। তেওঁৰ গিৰিয়েকেও জেপ-খৰছ বুলি বিশেষ একো আদায় কৰিব নোৱাৰিছিল। টকা-পইছাৰ স্বাচ্ছন্দ্য তেওঁলোকৰ অৱশ্যে নথকাকৈ নাছিল। তাতে তেওঁলোকৰ লৰাছোৱালী এটিও নাছিল। তথাপি পইছা খৰছ কৰিব লগা হলে মেডেম অৰিলে সচাকৈয়ে বৰ কষ্ট পাইছিল। এক ক্ৰাউনৰ মুদ্ৰা এটা জেপৰ পৰা উলিয়াব লগা হলে বুকুৰ পৰা কলিজাটো আজুৰি অনা যেন লাগিছিল তেওঁৰ। যিদিনাই কোনো খৰছ কৰিব লগা হয়, লাগিলে সেই খৰছ যিমান দৰ্কাৰতেই নকৰক, সিদিনাই ৰাতি তেওঁৰ ভাল টোপনি নহৈছিল।

অৰিলে সদায় ঘৈণীয়েকক কয়, "আমাৰ কোনো ল'ৰা-ছোৱালী নাই, অলপ মুঠি ঢিলাই খৰছ কৰিব নিশ্চয় পাৰা। আয় অনুসাৰে খৰছতো নায়েই।"

মেডেম অৰিলে চিৰ অভ্যস্ত উত্তৰ দিয়ে, "কেতিয়া কি বিপদ হয়, তুমি কি জানা? ধন কৰ্মী থকাতকৈ বেছি থকাই ভাল।"

মেডেম মানুহজনী চুটি চাপৰ, বয়স প্ৰায় চল্লিশৰ ওচৰ পাইছিল। কামে কাজে বেচ তজবজীয়া—সকলো কামতে অলপ খৰখেদা কৰা ধৰণৰ। গালেমুখে বয়সৰ ৰেখা ফুটি ওলাইছিল যদিও বেচ্ ফিট্‌ফাট, মেডেম অৰিল। খঙটোহে আছিল অলপতে জকি উঠা। মেডেম অৰিলৰ কৃপণ স্বভাৱৰ কাৰণে গিৰিয়েকে বহুতো দুখ দৈন্য সহিব লগীয়াত পৰিছিল। এইবোৰৰ কাৰণে মাজে মাজে তেওঁ বৰ বেদনাবোধ কৰিছিল। মানুহৰ আগত লাজ পাইছিল নিজে জাপি লোৱা দৈন্যৰ কাৰণে।

তেওঁ আছিল সামৰিক কৰ্য্যালয়ৰ ওপৰ খাপৰ কেৰাণী। ঘৈণীয়েকৰ ইচ্ছা অনুসাৰে তেওঁলোকৰ আয়ৰ পুঁজিটো টনকিয়াল কৰিবলৈকেহে তেওঁ তাত সোমাই আছিল। আয়ৰ পুঁজিৰ ওপৰত অৱশ্যে ব্যয়ৰ আঁচোৰ নেলাগিছিলেই বুলিব পাৰি।

দুই বছৰ ধৰি পুৰণি তাপলি মৰা ছাতিটোকে লৈ তেওঁ অফিচ কৰিছিল। তেওঁৰ ছাতি সহকৰ্ম্মীসকলৰ হাঁহিৰ বিষয় বস্তু হৈছিলগৈ। অৱশেষত ঠাট্টা-বিদ্ৰূপে তেওঁক আমুৱালে। নতুন ছাটি এটি কিনি দিবলৈ ঘৈণীয়েকক তেওঁ বৰকৈ খট্‌বান্ধ কৰিলে। ডাঙৰ ডাঙৰ ব্যৱসায় প্ৰতিষ্ঠানবোৰে প্ৰচাৰৰ কাৰণে সস্তীয়া ছাতি কিছুমান বেচে। তেনে ধৰণৰে এটি কম দামী ছাতি আঠ ফ্ৰাঙ্ক দাম দি ঘৈণীয়েকে তেওঁক কিনি দিলে। পেৰিচৰ বজাৰত তেনেকুৱা হাজাৰ হাজাৰ ছাতি মানুহে কিনে। অফিচৰ মানুহবোৰে এনেকুৱা সাধাৰণ ছাতিটো লৈ পুনৰ ঠাট্টা-মস্কৰা আৰম্ভ কৰি দিলে। অৰিলৰ অৱস্থা কাহিল হ'ল, তেওঁ প্ৰমাদ গণিলে। ছাতিটোক লৈ তেওঁ-লোকে এটি গানকে ৰচনা কৰি পেলালে। প্ৰকাণ্ড অফিচঘৰটোৰ য'তে ত'তে অৰিলে দিনৰ দিনটো ছাতিৰ গানটো শুনিবলগীয়াত পৰিল।

তেওঁৰ বৰ খঙ উঠিল। কুৰি ফ্ৰাঙ্ক দামৰ চিল্কৰ নতুন ছাতি এটি কিনি আনিবলৈ ঘৈণীয়েকক বে'চ কঠিন সুৰত ক'লেহি।

ল্লামটো সঁচাসচিকৈ যে সিমানেই, তাক জানিবৰ কাৰণে ৰচিদখনো তেওঁক আনি দেখুৱাবলৈ ক'লে।

ঘৈণীয়েকে ওঠৰ ফ্ৰাঙ্ক দাম দি এটি নতুন ছাতি কিনি আনিলে। ছাতিটো তেওঁলৈ আগবঢ়াই দি খঙত ৰঙা পৰি ক'লে, "অন্ততঃ পাঁচটি বছৰৰ কাৰণে এয়া।"

বিজয়ৰ অনুভূতিত অৰিলৰ বুকু ওফন্দি উঠিল। নতুন সম্পত্তিটোৰ কাৰণে অফিচৰ মানুহবোৰে সকলোৱা অভিনন্দনেই জনালে তেওঁক। গধূলি অফিচৰ পৰা উভতি ঘৰ পালে। ঘৈণীয়েকে ছাতিটো তেওঁৰ হাতৰ পৰা ল'লে আৰু অসন্তুষ্টভাবে সেইটোৰ পিনে চাই থাকিল। তেওঁ ক'লে, "ফিটাডালেৰে ছাতিটো বান্ধি নথবা, চিল্কবোৰ কাটি যাব পাৰে! আটোমটোকাৰিকৈ ৰাখিবা, খুব সোনকালে আৰু এটি নতুন ছাতি কিনি নিদিছোঁ মই।"

ছাতিটো তেওঁ মেলিলে। খঙ আৰু বিস্ময়ত তেওঁ হতভম্ব হৈ গ'ল। ছাতিটোৰ মাজ ভাগৰ কাপোৰ খিনিত প্ৰায় ছয় পেনিৰ মুদ্ৰা এটাৰ সমান ডাঙৰকৈ ফুটা এটা হৈছে। যেন কোনোবাই জ্বলি থকা চিগাৰ এটাৰ আগটো লগাইহে পুৰিছে সেইখিনি।

"সেয়া কি?" তেওঁ চিঞৰি উঠিল।

ছাতিটোৰ পিনে নোচোৱাকৈয়ে গিৰিয়েকে শান্তভাৱে ক'লে, "কি হ'ল? ক'তনো কি দেখিলাহে?"

খঙৰ প্ৰকোপত ঘৈণীয়েকৰ উশাহ নিশাহ বন্ধ হোৱাৰ উপক্ৰম। তেওঁ কথমপিহে কথা কব পাৰিছিল। "তুমি......পুৰিলা...... ছাতিটো পুৰিলা—কেনৈ?—তুমি বলিয়া হ'লা নেকি? ঘৰখন খাস্তাং কৰাটোৰেই তোমাৰ ইচ্ছা নেকি?"

তেওঁ খৰধৰকৈ ঘূৰি চালে—যেন যথেষ্ট ভয় খালে।

"তুমি এইবোৰ কি বলকিছা?"

"মই কৈছোঁ, ছাতিটো ক'ৰবাত পুৰিলা। চোৱাচোন এইপিনে।"

মেডেম অৰিলে মাৰিবলৈ খেদি যোৱাদি তেওঁৰ পিনে চোচা ল'লে। ছাতিটোৰ ঘূৰণীয়া ফুটাটো তেওঁ ক্ৰুদ্ধভাবে গিৰিয়েকৰ



নাকৰ আগত মেলি ধৰিলে।

সেইটো দেখি অৰিলৰ মুখৰ মাত হৰিল। কোনোমতে খোনাই খোনাই ক'লে, "কি—সেয়া কি হ'ল? মইচোন একোকে গম নেপাওঁ। শপত খাই কব পাৰোঁ মই একো কৰা নাই। ছাতিটোনো বাৰু কেনেকৈ তেনেকুৱা হবলৈ পালে?"

"কেনেকৈ হবলৈ পালে? তুমি অফিচত ছাতিটোলৈ খেলা কৰিছিলা। কাহানিও ছাতি নেদেখা মানুহৰ দৰে খুলিমেলি ছাতিটো লোকক দেখুৱাইছিলা।" ঘৈণীয়েকে চিঞৰিবলৈ ধৰিলে।

"মাথো এবাৰ মই ছাতিটো মেলিছিলো অফিচত। ছাতিটো কিমান ভাল সেইটোকে দেখুৱাইছিলো অফিচৰ মানুহবোৰক। সঁচাকৈ কৈছো, কথা সিমানেই।"

ঘৈণীয়েকে খঙত কঁপিবলৈ ধৰিলে। সচৰাচৰ পাৰিবাৰিক জীৱনত নাটকীয় দৃশ্যৰ অভাৱ নাই। দুয়োটাৰে মাজত তেনেকুৱা এটি দৃশ্যৰে সৃষ্টি হ'ল। এনেকুৱা খিটিমিটি বোৰৰ কাৰণেই শান্তিপ্ৰিয় মানুহে গুলী বৰষি থকা ৰণভূমিতকৈয়ো নিজৰ ঘৰখনলৈ বেছি ভয় কৰে।

পুৰণি ছাতিটোৰ পৰা এডোখৰ চিল্ক কাটি লৈ ঘৈণীয়েকে ছাতিটোত তাপলি মাৰি দিলে। দুয়োটা ছাতিৰ ৰঙ একে নাছিল। তাপলি মৰা ছাতিটোকে লৈ অৰিলে পিছদিনাখন আমনজিমনকৈ অফিচ পালেগৈ। অফিচত আলমাৰি এটাৰ ভিতৰত ছাতিটো সামৰি থলে। এটি বেদনাদায়ক স্মৃতিৰ দৰে সেই ছাতিটোৰ কথা তেওঁ আৰু নাভাবিলে।

গধূলি ঘৰ পাওঁতেই মেডেম অৰিলে ছাতিটো তেওঁৰ হাতৰ পৰা লৈ মেলি চালে। কিন্তু ছাতিটোৰ যি অৱস্থা তেওঁৰ চকুত পৰিল, সেইটোৱে কথমপিহে তেওঁক অচেতন কৰি নেপেলালে। এইবাৰ ছাতিটো ঘৰতে ভাল কৰি লব পৰা অৱস্থাত থকা নাছিল।

গোটেই ছাতিটো সৰু সৰু ফুটাৰে ভৰি গৈছে। চিল্কখিনি পুৰি ফুটাবোৰ হৈছে। যেন কোনোবাই জ্বলি থকা পাইপ এটাৰ ছাই

খিনি ছাতিটোৰ ওপৰত ঢালিহে দিছে। ছাতিটো একেবাৰে নষ্ট হৈ গৈছে, ভাল কৰিবৰ থলেই নাই।

ঘৈণীয়েকে ছাতিটোৰ পিনে চায়ে থাকিল। মুখত কোনো কথা নাই— কথা কব পৰা মনৰ অৱস্থা তেওঁৰ নাছিল। গিৰিয়েকেও ছাতিটোৰ বিলৈ দেখি বোবাৰ দৰে মনে মনে থাকিল। আহিব ধৰা বিপদৰ ভয়ত তেওঁ পেপুৱা লাগিল।

দুয়ো দুয়োৰে পিনে চালে। গিৰিয়েকে চকু নমালে। পিছ মুহূৰ্ত্তে মেডেম অৰিলে আপদীয়া ছাতিটো গিৰিয়েকৰ মূৰলৈ মাৰি পঠালে। তেওঁৰ মুখৰ কথা ওলাল। এক উন্মত্ত ক্ৰোধৰ আবেগত তেওঁ চিঞৰিবলৈ ধৰিলে, "পশু, জঘন্য পশু ক'ৰবাৰ, ইচ্ছা কৰিয়েই এই অঘটন ঘটাইছা তুমি। মোকো চিনা নাই হবলা, মজা দেখুৱাম। নতুন ছাতিৰ মুদা মৰিল এইবাৰৰ পৰা।"

পুৰণি দৃশ্য আকৌ আৰম্ভ হ'ল। প্ৰায় এঘণ্টামান দন্দ-খৰিয়াল চলাৰ পিছতহে গিৰিয়েকে বুজাই কবলৈ সুকণ্ডা পালে। কেনেকৈযে এইটো হবলৈ পালে তেওঁ একোকে বুজি পোৱা নাই। কোনোবা চকুচৰহাই প্ৰতিশোধ লবৰ কাৰণেহে এনেকুৱাখন কৰিলে হব পায়। তেওঁ ঘৈণীয়েকক বুজালে।

দুৱাৰত কোনোবাই বে'ল বজালে। অৰিল ৰক্ষা পৰিল। এজন বন্ধুক ৰাতি খাবলৈ নিমন্ত্ৰণ কৰিছিল। বন্ধুজনেই উপস্থিত হ'লহি।

মেডেম অৰিলে আদ্যোপান্ত সকলো কথাকেই আলহীৰ আগত বৰ্ণালে। নতুন ছাতি এটা কিনাৰ প্ৰশ্ন উঠিবই নোৱাৰে; আন ছাতি লোৱাৰ যোগ্যতা গিৰিয়েকৰ নাই। সুবিবেচনা থকা মানুহৰ দৰে বন্ধুৱে ক'লে, "ছাতি নহলে দেখোন তেওঁৰ কাপোৰ কানিবোৰ নষ্ট হব। ছাতিতকৈ নিশ্চয় সেইবোৰ বেছি মূল্যবান।" কিন্তু মেডেম অৰিলৰ খঙ মাৰ যোৱা নাছিল। তেও ক'লে:

"ভাল বাৰু, বৰষুণীয়া বতৰত ৰান্ধনি ঘৰৰ ছাতিটোকে এওঁ লব পাৰিব। চিল্কৰ নতুন ছাতি এওঁৰ কপালত আৰু নহৈছে।"

এই ব্যৱস্থাত অৰিল জকি উঠিল।



তেওঁ ক'লে, "ঠিক আছে, মই তেন্তে চাকৰিকে এৰি দিম। ৰান্ধনিঘৰত ব্যৱহাৰ কৰা ছাতি লৈ মই অফিচ কৰিবগৈ নোৱাৰো।"

বন্ধুৱে মাজতে ক'লে, "ছাতিটোত নতুন কাপোৰ লগাই আনি-লেইচোন লেঠা মৰে। খৰছতো বৰ বেছি নপৰিব লাগে।"

কিন্তু মেডেম অৰিলৰ মনৰ অৱস্থা সুস্থিৰ হৈ থকা নাছিল। তেওঁ কৈ উঠিল, "কাপোৰ বদলোৱা মানে আঠ ফ্ৰাঙ্ক খৰছ। আঠ আৰু আগৰ ওঠৰ মুঠতে ছাব্বিশ। ভাবকচোন বাৰু, এটা ছাতিতেই ছাব্বিশ ফ্ৰাঙ্ক খৰছ কৰাটো কেনেকুৱা কথা। বলিয়া হলেহে মানুহে তেনেকুৱা কৰে।"

বন্ধুজন আছিল মধ্যবিত্ত শ্ৰেণীৰ বিশেষ সা-সম্পত্তি নথকা মানুহ। তেওঁৰ হঠাৎ এটা বুদ্ধি খেলালে।

"আপোনালোকে জুইৰ বীমা কৰা নাই জানো। তাৰ পৰাই ছাতিটোৰ ক্ষতিপূৰণ আদায় কৰিব পাৰেচোন। বীমা কোম্পানী-বিলাকে জুয়ে পোৰা সকলো বস্তুৰে ক্ষতিপূৰণ দিয়ে, অৱশ্যে দুৰ্ঘটনা আপোনাৰ ঘৰৰ ভিতৰতে হব লাগিব।"

এই উপদেশ শুনাৰ পিছত মানুহজনী তৎক্ষণাৎ শাঁত পৰিল। অলপপৰ টলকা মাৰি গিৰিয়েকক ক'লে, "কালিলৈ অফিচলৈ যোৱাৰ আগে আগে তুমি মেটাৰ্নেলি বীমা কোম্পানীৰ অফিচলৈ গৈ ছাতিটোৰ অৱস্থাটো তেওঁলোকক দেখুৱাবা আৰু খৰছটো আদায় কৰিবা।"

"জীৱন গলেও মই সেইটো কৰিব নোৱাৰো। ওঠৰ ফ্ৰাঙ্ক গৈছে গৈছে। সেইখিনিয়ে আমাক ৰাস্তালৈ ননমায়।"

পিছদিনাখন ভাগ্যক্ৰমে বতৰ বে'চ মুকলি আছিল। লাঠি এডালকে হাতত লৈ অৰিল অফিচলৈ ওলাই গ'ল।

ঘৰত অকলে অকলে থাকি মেডেম অৰিলে কোনোপধ্যেই ওঠৰ ফ্ৰাঙ্কৰ ক্ষতি সহজভাবে লব পৰা নাছিল। খোৱা লোৱা কৰা কোঠাৰ মেজৰ ওপৰত তেওঁ ছাতিটো পেলাই থৈছিল। ছাতিটোৰ পিনে তেওঁ চাই থাকিল। একো সিদ্ধান্তত উপনীত হব নোৱাৰিলে।

বীমা কোম্পানীৰ কথাটোৱে ঘনে ঘনে তেওঁৰ মনত উঁকি মাৰিলে। কিন্তু কোম্পানীৰ যিজন বিষয়াই তেওঁক সোধা পোছা কৰিব, সেইজনৰ কৌতূহলৰ সন্মুখত তিষ্ঠি থাকিব পাৰিব বুলি তেওঁৰ সাহস হোৱা নাছিল। মানুহৰ আগত মেডেম অৰিলৰ বৰ থৰক্‌বৰক লাগে, অলপতে ৰঙাচিঙা পৰে। অচিনাকি মানুহৰ আগত কথা কব লাগিলে বৰ অস্বস্তিবোধ কৰে তেওঁ।

কিন্তু ওঠৰ ফ্রাঙ্কৰ এই লোকচান তেওঁ সহিব পৰা নাছিল। তীব্ৰ অনুশোচনাৰ বেদনাই কোনো দৈহিক আঘাতৰ বেদনাৰ দৰেই তেওঁক জুৰুলা কৰিলে। সেই বিষয়ে আৰু নাভাবিবলৈ চেষ্টা কৰিলে; কিন্তু প্ৰতি মুহূৰ্ত্ততে ছাতিটোৰ সোঁৱৰণীয়ে তেওঁৰ মনটো চেক্‌চেকাই গ'ল। হাত সাৰটি বহি থাকিলে জানো চলিব, কিবা এটাতো কৰিব লাগিব। সময় গৈ থাকিল, মেডেম অৰিলে একোকে থিৰাং কৰিব নোৱাৰিলে। কিন্তু হঠাৎ সকলো অলপধতুৰা মানুহৰ দৰে মেডেম অৰিলেও মনস্থিৰ কৰি পেলালে।

"নিজেই যাম, চাওঁচোন বাৰু কিনো হয়।"

কিন্তু দুৰ্ঘটনাটো যাতে সম্পূৰ্ণ হয় আৰু তাৰ কাৰণো যাতে ফটফটিয়া হৈ পৰে, তাৰ বাবে পোনতে ছাতিটো সাজু কৰিব লাগিল। জুহালৰ ওপৰৰ পৰা তেওঁ এটা দিয়াচলাই ললে আৰু হাতৰ তলুৱাৰ সমান ডাঙৰকৈ ছাতিটোৰ চিকবোৰৰ মাজৰ একাংশ পুৰি পেলালে। ছাতিটো সাৰধানে জপাই ফিটা ডালেৰে বান্ধি ললে। টুপীটো আৰু শ্বালখন লৈ তেওঁ ৰু ডি ৰিভোলিৰ পিনে বেগাবেগিকৈ খোজ পেলালে। ৰু ডি ৰিভোলিতেই আছিল বীমা কোম্পানীৰ অফিচটো।

যিমানেই অফিচৰ ওচৰ চাপিল, সিমানেই তেওঁৰ খোজৰ বেগ কমি আহিল। তেওঁ তালৈ গৈ কি কব? তেওঁলোকেই বা আকৌ কেনেকুৱা উত্তৰ দিয়ে?

ঘৰৰ নম্বৰবিলাক তেওঁ ভালকৈ পঢ়ি গ'ল। এতিয়াও আৰু আঠাইশটা ঘৰ বাকী আছে। ঠিক আছে, ভাবিবৰ এতিয়াও যথেষ্ট সময় আছে। খোজৰ বেগ আৰু কমি গ'ল। হঠাৎ তেওঁৰ



চকুৰ আগত জিলিকি উঠিল দুৱাৰ এখনত লগাই থোৱা পিতলৰ ফলি এখন। তাত লিখা আছিল "লা মেটাৰ্ণেলি ইনচিওৰেঞ্চ অফিচ।" পালেহিয়েই। এখন্তেক থমকি ৰ'ল। বৰ বিব্ৰত বোধ কৰিলে তেওঁ, লাজে হেচি ধৰিলে। দুৱাৰমুখ পাৰ হৈ গ'ল, উভতি আহিল, আকৌ পাৰ হৈ গ'ল, আকৌ উভতি আহিল।

অৱশেষত মনতে গুনিলে: "যিয়েই নহওক, ভিতৰলৈ যাবই লাগিব। পিছত কামটো কৰা যি এতিয়া কৰাও সি।"

সোমোৱাৰ লগে লগে তেওঁ গম পালে, কলিজাটো বৰকৈ ধপ-ধপাব লাগিছে। প্ৰকাণ্ড কোঠা এটাত তেওঁ সোমাল। গোটেই-খন লোৰ চিক লগোৱা কাউণ্টাৰেৰে ভৰ্ত্তি। প্ৰত্যেকখন কাউণ্টাৰৰ ভিতৰতে এজনকৈ মানুহ বহি আছে। বহুতো কাগজপত্ৰ লৈ এজন ভদ্ৰলোক মেডেম অৰিলৰ ওচৰেদি পাৰ হৈ গ'ল। ভদ্ৰ-লোকক থমাই ভয়ে ভয়ে তেওঁ সুধিলে:

"মচিয়েঁ, আপোনাক আমনিহে দিছো, কিন্তু মোক আপুনি কৈ দিব পাৰিবনে—দুৰ্ঘটনাক্ৰমে কোনো বস্তু জুইত নষ্ট হলে ক্ষতি পূৰণৰ কাৰণে ক'ত আবেদন কৰিব লাগে।"

তেওঁ বেচ ডাঙৰ মাতেৰে ক'লে: "পূব পিনৰ প্ৰথম দুৱাৰ-খনেদি সোমাই য'ক। সেইপিনেই আপুনি বিচৰা বিভাগটো পাব।"

এইবোৰে তেওঁক বেছিকৈহে ভয় খুৱালে। তাৰপৰা দৌৰি পলাই আহিবৰ ইচ্ছা গ'ল তেওঁৰ। ওঠৰ ফ্ৰাঙ্ক উদ্ধাৰৰ আশা এৰি দি কোনো দাবী নকৰাকৈয়ে গুচি আহিবৰ ইচ্ছা গ'ল। কিন্তু ওঠৰ ফ্ৰাঙ্কৰ কথাটো ভবাৰ লগে লগে তেওঁৰ অন্তৰলৈ সাহস উভতি আহিল। ওপৰৰ মহলালৈ উঠিবলৈ ধৰিলে তেওঁ। উশাহ ঘন ঘনকৈ ল'লে, প্ৰায় প্ৰত্যেক চাপতেই জিৰাব লগাত পৰিল।

ওপৰৰ প্ৰথম মহলাতেই যিখন দুৱাৰ পালে, সেইখনতেই তেওঁ টুকুৰিয়ালে: ভিতৰৰ পৰা কোনোবা এজনে নিমজ মাতেৰে সহাৰি দিলে: "সোমাই আহক।"

যন্ত্ৰচালিত মানুহৰ দৰে তেওঁ সোমাই গ'ল। কোঠাটো

ভাঙৰ। তিনিজন খুব গম্ভীৰ চেহেৰাৰ মানুহ থিয় হৈ কথা পাতি আছে। তিনিওজনৰে কোট চোলাত একোটাকৈ বেজ লগোৱা।

এজনে তেওঁক সুধিলে, "মেডেম, আপোনাৰ সকাম?"

মেডেম অৰিলে কথমপিহে কথা কব পাৰিলে। খোনাই খোনাই ক'লে, "মই আহিছোঁ···মানে আহিছোঁ···মানে এটা দুৰ্ঘটনাৰ কাৰণে এটা বস্তু—"

খুব বিনীতভাবে ভদ্ৰলোকে তেওঁক চকী এখন দেখুৱাই দিলে। "অকণমান বহক দেই, এতিয়াই আপোনাৰ কামটো কৰিছোঁ।"

আন দুজনলৈ ঘূৰি তেওঁ পুনৰ কথাবতৰাত যোগ দিলে। "কোম্পানীৰ বিবেচনাত চাৰিশ হেজাৰ ফ্ৰাঙ্কতকৈ বেছিৰ দাবী মানিবলৈ আমি বাধ্য নহওঁ। আপোনালোকে যে আৰু এশ হেজাৰ ফ্ৰাঙ্ক অমি দিব লাগে বুলি দাবী কৰিছে, সেই দাবী আমি গ্ৰাহ্য নকৰোঁ। তদুপৰি চাৰ্ভেয়ৰে যি মূল্য থিৰ—"

এজনে বাধা দি ক'লে, "মচিয়েঁ সেয়ে যথেষ্ট। কোৰ্ট-কাছাৰী, এইবোৰতো নোহোৱা হোৱা নাই, তাতেই যি হয় এটা মীমাংসা হব। বিদায় লোৱাত বাহিৰে তেনেহলে কৰিবলৈ একোৱেই নাই।" তেওঁলোকে পৰস্পৰ সম্ভাষণ জনাই ওলাই গ'ল।

তেওঁলোকৰ লগত গুছি যাব পৰা হলে, মেডেম অৰিলে অতি আনন্দেৰে গুছি গ'লহেঁতেন। সকলো দাবী-চাবী থেকেচা মাৰি থৈ দৌৰি পলালহেঁতেন। মেডেম অৰিল ইমানেই বিব্ৰত হৈছিল। কিন্তু সেইবোৰ কৰিবৰ সময় আৰু নাই। ভদ্ৰলোক উভতি আহিলেই। মানুহজনে মূৰ দোঁৱাই তেওঁক ক'লে, "বাৰু কওকচোন আপোনাৰ কি সকাম?"

তেওঁৰ দোধোৰ-মোধোৰ লাগিল। অৱশেষত কোনোমতে মাত উলিয়ালে।

"মই এইটোৰ কাৰণে—আহিছোঁ।"

বিষয়াজনে নিৰ্বাক বিস্ময়েৰে মেডেম অৰিলে তেওঁৰ চকুৰ সন্মুখত দাঙি ধৰা বস্তুটোলৈ চাই থাকিল। কঁপা কঁপা আঙুলিৰে



ফিটাডাল খুলিবলৈ মেডেম অৰিলে খপ্‌জপ লগালে। অৱশেষত বহুতো চেষ্টাৰ পিছত ফিটাডাল খুলিলে। লৰালৰিকৈ ছাতিটোৰ ভগ্নাৱশেষখিনি মেলি ধৰিলে।

সহানুভূতিৰ সুৰত বিষয়াজনে ক'লে, "ছাতিটোৰ একেবাৰে অৱস্থা নাইকিয়া হৈছে যেন লাগিছে।"

"এইটো কিনোতে কুৰি ফ্ৰাঙ্ক খৰছ হৈছে।"

বিষয়াজন অলপ আচৰিত হোৱা যেন লাগিল। "সচাঁকৈয়ে ইমান দাম লৈছে নে?"

"এৰা সিমানেই, ছাতিটো কিন্তু বেচ মজবুত। অৱস্থাটো আপোনাক দেখুৱাওঁ বুলি আনিলো।"

"ভাল, চালো বাৰু। কিন্তু মোৰ লগত ইয়াৰ কি সম্বন্ধ মই সঁচাকৈয়ে একো বুজিব পৰা নাই।"

মেডেম অৰিলে প্ৰমাদ গনিলে। বোধহয় এনেকুৱা সৰু বস্তুৰ কাৰণে কোম্পানীয়ে একো দায়িত্ব নলয়। তেওঁ ক'লে, "কিন্তু ছাতিটো জুইত পুৰিহে এনেকুৱা হ'ল।"

কথাটো বিষয়াজনে নুই কৰিব নোৱাৰিলে।

তেওঁ উত্তৰ দিলে, "সেইটোতো ভালকৈয়ে দেখিছোঁ।"

মেডেম অৰিলৰ মুখখন মেল খাই থাকিল। ইয়াৰ পিছত আৰু কি কব তেওঁ ভাবি নেপালে। ইমান পৰে আচল কথাটোৱেই পাহৰি আছে বুলি হঠাৎ তেওঁৰ মনত পৰিল। লৰালৰিকৈ তেওঁ ক'লে, "মই মেডেম অৰিল। লা মেটাৰ্নেলিত আমাৰ বীমা আছে। ছাতিটো যে নষ্ট হ'ল তাৰে ক্ষতিপূৰণ বিচাৰি আহিছোঁ।" একেবাৰে নহব বুলি খাৰাংখাচ কৈ দিয়াৰ ভয়ত মেডেম অৰিলে লৰালৰিকৈ জোৰা দিলে, "ছাতিটোৰ কাপোৰখিনি বদলাই দিলেই হব।"

বিষয়াজন বিমোৰত পৰিল। তেওঁ ক'লে, "আমিতো ছাতিৰ কাৰবাৰ নকৰো। এইটো ভাল কৰি দিবলৈ গাত লব নোৱাৰো আমি।"

মেডেম অৰিলৰ সাহস বাঢ়ি আহিছিল। তেওঁ কেতিয়াও যুঁজ নকৰাকৈ প্ৰাপ্য এৰি নিদিয়ে। তেওঁৰ ভয় একেবাৰে নোহোৱা হ'ল। তেওঁ ক'লে, "মেৰামত কৰাৰ খৰছখিনিহে বিচাৰিছোঁ আপোনালোকৰ পৰা। নিজেই এইটো ভাল কৰাই লব পাৰিম।

বিষয়াজনৰ খেলিমেলি লাগি গ'ল।

"মেডেম, এইটো ইমান অকণমান বস্তু এটা। আমাক কোম্পানীয়ে এনেকুৱা সামান্য ক্ষতিপূৰণৰ বাবে কেতিয়াও ধৰা নাই। আপুনিয়ে কথাটো গমি চাওকচোন। আমিতো আৰু জেপত লোৱা ৰুমাল, হাতমোজা, বাঢ়নি, শ্লিপাৰ আদিৰ কাৰণে ক্ষতিপূৰণ দিব নোৱাৰো। এনেকুৱা এশ এটা বস্তু দিনৌ জুই লাগি নষ্ট হোৱাত কোনো বাধাই নাই। আমি বাৰু সেইবোৰৰ দায়িত্ব কেনেকৈ লওঁ?"

মেডেম বঙা পৰিল। টিকচি-বিকচি উঠিবৰ ইচ্ছা গ'ল তেওঁৰ।

"কিন্তু মচিয়েঁ, যোৱা ডিচেম্বৰ মাহত আমাৰ এটা চিমনিত জুই লাগিছিল। আমাৰ প্ৰায় পাঁচ শ ফ্ৰাঙ্কমান ক্ষতি হৈছিল। মচিয়েঁ অৰিলেতো কোম্পানীৰ ওচৰত কোনো দাবীকে নকৰিলে তেতিয়া। এতিয়া ছাতিটোৰ কাৰণে ক্ষতিপূৰণ দিয়াটো খুব ন্যায়ৰ কথাই হব।"

মেডেম অৰিলে কথাখিনি সাজি কোৱা বুলি অনুমান কৰাত বিষয়াজনৰ বিশেষ ভাবিব লগা নহ'ল। অলপ হাঁহি তেওঁ ক'লে, "মেডেম, আপুনি নিশ্চয় স্বীকাৰ কৰিব মচিয়েঁ অৰিলে তেতিয়া পাঁচ শ ফ্ৰাঙ্কৰ ক্ষতিৰ কাৰণে কোনো দাবী নকৰি এতিয়া সামান্য ছাতি এটি ভাল কৰিবৰ কাৰণে মাত্ৰ চাৰি বা পাঁচ ফ্ৰাঙ্ক দাবী কৰাটো বৰ আচৰিত কথা।"

মেডেম অৰিল অকণো হতাশ নহ'ল। উত্তৰ দিলে, "আপুনি বুজা নাই। তেতিয়াৰ পাঁচ শ ফ্ৰাঙ্ক মচিয়েঁ অৰিলৰ জেপৰ পৰা গৈছিল। কিন্তু এই যে ক্ষতি হ'ল ওঠৰ ফ্ৰাঙ্ক মূল্যৰ, এইখিনিৰ ভাৰ পৰিব কেৱল মেডেম অৰিলৰ গাত। কথাদুটা সম্পূৰ্ণ বেলেগ।"



বিষয়াজনে গম পালে মহিলাৰ পৰা হাত সৰাৰ চেষ্টা বৃথা, কেৱল সময়ৰহে অপব্যয় হব। সেই আশা বাদ দি তেওঁ ক'লে, "বাৰু অনুগ্ৰহ কৰি কওকচোন কেনেকৈনো হবলৈ পালে এই ক্ষতি।"

জয়ী হোৱা বুলি মেডেমে অনুভৱ কৰিলে। তেওঁ কবলৈ ধৰিলে ঃ

"দুৰ্ঘটনাটো কেনেকৈ ঘটিল জানে? আমাৰ ঘৰত ছাতি থোৱা এডাল পিতলৰ ষ্টেণ্ড আছে। সেই দিনা মই আহি ছাতিটো তাতেই থলো। ঠিক সেইটোৰ ওপৰতে আকৌ মম আৰু দিয়া-চলাই থোৱা চেল্‌ফ্ এটাও আছিল। হাতখন আগবঢ়াই মই তিনি চাৰিটামান দিয়াচলাই ললো। এডাল কাঠি মাৰিলো, কিন্তু কাঠিটো নজ্বলিল। আৰু এডাল মাৰিলো, জ্বলিল—কিন্তু লগে লগে নুমাই গ'ল, তৃতীয় ডাল কাঠিও তেনেকুৱাই হ'ল।

বিষয়াজনে অলপ ধেমালি কৰিবৰ মনেৰে তেওঁক থমাই মজতে কলে, "নিশ্চয় সেইবোৰ চৰকাৰী দিয়াচলাই আছিল চাগৈ।"

মেডেম অৰিলে কথাষাৰৰ ইঙ্গিতটো বুজি নেপালে। তেওঁ কৈ গ'ল ঃ

"হোৱাটো খুব সম্ভৱ। যিয়েই নহওক, চতুৰ্থ কাঠি ডাল জ্বলিল। মই মম এডাল জ্বলাই শুবৰ কাৰণে মোৰ কোঠালিলৈ গ'লো। কিন্তু প্ৰায় পোন্ধৰ মিনিটমানৰ ভিতৰতে মোৰ নাকত কিবা পোৰা পোৰা গোন্ধ এটা লগা যেন পালো। মোৰ আকৌ জুইলৈ সদায় ভীষণ ভয়। আপুনি ঠিক জানিব, আমাৰ ঘৰত যদি কেতিয়াবা জুইলগা সংক্ৰান্তৰ দুৰ্ঘটনা ঘটে, সেই দুৰ্ঘটনা মোৰ দোষত নহব। মই আগতেই কৈছো আপোনাক, আমাৰ এবাৰ চিমনিত জুই লাগিছিল। তেতিয়াৰেপৰা মই এই বিষয়ত আৰু বেছি ভয় খাইছিলো। যিহওক, মই শোৱাৰ পৰা উঠিলো। চাৰিওফালে পাত্‌পাতকৈ চালো। চিকাৰী কুকুৰৰ নিচিনা সুঙি সুঙি চালো। অৱশেষত ছাতিটো চকুত পৰিল। সেইটোত জুই

লাগি আছিল। বোধহয় কেনেবাকৈ দিয়াচলাইৰ কাঠি ছাতিটোৰ জাপৰ মাজত পৰিছিলগৈ। সেয়ে ছাতিটো পুৰিলে। আপুনিতো দেখিছেই ছাতিটোৰ বিলৈ।"

বিষয়াজনে ইঙ্গিতটো গম পালে। তেওঁক সুধিলে, "ক্ষতিৰ পৰিমাণ কিমানমান হব বুলি আপোনাৰ ধাৰণা।"

কি কব তেওঁ ভাবি নেপালে। কিমান বুলি কোৱাটো ঠিক হব সেই সম্বন্ধে নিশ্চিত হব পৰা নাছিল তেওঁ। শেষত তেওঁ ক'লে, "আপোনালোকেই ছাতিটো ভাল কৰাই আনিলে বোধহয় ভাল হয়। ছাতিটো মই এৰিয়েই যাওঁ।"

বিষয়াজন সেই কথাত মান্তি ন'হল। নোহোৱাটোৱেই স্বাভাবিক তেওঁ ক'লে, "নাই, সেইটো হব নোৱাৰে। আপোনাঃ দাবীৰ অঙ্কটো মোক কৈ দিয়ক, সেইটোহে মোক লাগে।"

"বাৰু, মই ভাবোঁ......বাৰু..... হেৰি চাওক মই আপোনলোকৰ পৰা ধন ঘটিব খোজা নাই। কি কৰিলে ভাল হয় মই কওঁ শুনক। ছাতিটো মই দোকানলৈ লৈ যাওঁ। তেওঁলোকে ভাল, বেছি দিন যোৱা চাই চিল্ক কাপোৰেৰে এইটো ঠিকঠাক কৰি দিব। বিলখন মই আপোনালোকক আনি দিম খৰছটো দিবৰ কাৰণে। ব্যৱস্থাটো আপোনাৰ মনঃপূত হবনে?"

"নিশ্চয়, সেয়েহব। তেনে মীমাংসাতে ৰাজী হলো বাৰু। মই কেচিয়াৰলৈ এইখন চিঠি লিখি দিলো। যি খৰছ পৰে তেওঁ আপোনাক দি দিব।

তেওঁ মেডেম অৰিলক এটুকুৰা কাগজ দিলে। সেইখনলৈয়ে তেওঁক ধন্যবাদ জনাই মেডেম লৰালৰিকৈ ওলাই আহিল। ওলাই আহোঁতে খৰখেদা কৰাৰ কাৰণ—মেডেমৰ ভয় হৈছিল কিজানি শেষ মুহূৰ্ত্তত মানুহজনৰ মনটো ঘূৰি যায়। আলিবাটতো তেওঁৰ বেগ নকমিল। খুব ভাল ছাতিৰ দোকান এখন বিচাৰি গ'ল তেওঁ। ডাঙৰ এখন ছাতিৰ দোকান পাই তেওঁৰ মন খালে আৰু সোমাই গ'ল। দৃঢ়তাৰে মেডেমে ক'লে:



"মোৰ এই ছাতিটোত চিল্কৰ কাপোৰ লগাই দিব লাগে—খুব ভাল চিল্কৰ কাপোৰ। দোকানত যিটো আটাইতকৈ ভাল, আটাইতকৈ বেছি দিন যোৱা কাপোৰ আছে, সেইটোকে দিব। দামলৈ কোনো কথা নাই।"